BHĀLPOWĀR ĀRAÑT a Social Novel in Assamese, written by Dr. Dimbeswar Sarma, Guwahati and Published by Labanya Devi, First Edition, August, 1982. Price Rs. 25·00 only.

---

প্ৰকাশিকা : লাৱণ্য দেৱী
নিজবাপাৰ, গুৱাহাটী-৭৮১ ০০৩

প্ৰথম প্ৰকাশ : আগষ্ট ১৯৮২

বেটুপাতৰ শিল্পী : শ্ৰীশশী বৰদলৈ

মূল্য : ২৫·০০ টকা

ছপা :
শৰাইঘাট প্ৰিন্টাৰ্ছ
এম. টি. ৰোড, গুৱাহাটী-৭৮১ ০০৩

# আমাৰ ক'বলগীয়া

উপন্যাস প্ৰণয়ন কৰিবলৈ যাওঁতে বিশেষ ভূমিকাৰ আৱশ্যক নহয়, কাৰণ বিষয়বস্তুৰ অৱলম্বন আৰু বৰ্ণনাত গ্ৰন্থকাৰৰ স্বাতন্ত্ৰ্য থাকে যেতিয়া পাতনিত পৰিস্ফুট কৰিবলৈ কথা নেথাকে। বস্তুতঃ পাশ্চাত্য সাহিত্যৰ প্ৰভাৱতহে ভাৰতীয় সাহিত্যত উপন্যাস লিখা প্ৰথা প্ৰচলিত হয়। গতিকে ভাৰতীয় সাঁচত গঢ় লৈছে যদিও এই উপন্যাস বিলাকৰ বহুততে পাশ্চাত্য দৃষ্টিভঙ্গীৰ বা ভাৱধাৰাৰ প্ৰাধান্য কম বেছি পৰিমাণে দেখা যায়। "ভালপোৱাৰ আৱৰ্ত" কিন্তু তেনে দৃষ্টিভঙ্গী বা ভাৱধাৰা বিচাৰিলে হতাশ হব লাগিব। ইয়াত মাত্ৰ মানুহৰ মৌলিক অনুভূতি এটাৰ সহজ-সৰলভাৱে উদ্ঘাটন কৰিবলৈ চেষ্টা কৰা হৈছে যাতে ই স্থানীয় বা সাময়িক চিত্ৰৰ ওপৰত উঠি এটা চিৰন্তন সমস্যাৰ আভাস দিব পাৰে। "ভালপোৱাৰ আৱৰ্ত" উপন্যাসত ব্যক্তিগত চৈতন্যৰ প্ৰবাহ উন্মুক্ত হোৱাতকৈ বিভিন্ন চৈতন্যৰ প্ৰবাহে কেনেকৈ ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি ভালপোৱাক এটা কুহেলিকাময় আৱেষ্টনীৰ মাজত ৰাখি থৈ ইয়াক এটা চিৰন্তন অনুসন্ধিৎসাৰ বস্তু কৰিছে আৰু তাৰ মাজেদিয়েই প্ৰত্যেক মানুহেই একো মুবুজাকৈ ইয়াক কেনেকৈ খেদি ফুৰিব পাৰে তাকেহে দেখুওৱা হৈছে। মোটতেই এটা সামাজিক চৈতন্য যিটোৱে পৰস্পৰ স্বাৰ্থ-বিজড়িত হৈ প্ৰকাশ পোৱাত সজ্যৰ্ষৰ সৃষ্টি কৰিছে। ডেকা-গাভৰুৰ প্ৰেম, মাক-বাপেকৰ মৰম, শহুৰ-শাহুৱেকৰ স্বায়ত্ত কৰাৰ প্ৰবৃত্তি আদিক সামাজিক চৈতন্যৰ প্ৰবাহ বুলিব পাৰি, কাৰণ স্বত্ব' সাব্যস্ত কৰাৰ কেন্দ্ৰ হিচাপে এনে চৈতন্যই সকলো সামাজিক সজ্যাতৰ মূল আৰু ইয়েই প্ৰেমক এটা বোৱঁতী সুঁতিলৈ পৰিগণিত কৰিছে, যদিও এই বোৱঁতী সুঁতি সাগৰত অৱসিত হোৱাতকৈ স্বাৰ্থৰ বা স্বামিত্বৰ চাকনৈয়াতহে নিঃশেষিত হোৱা যেন লাগে। এনে এটা দৃষ্টিকোণেই এই উপন্যাস সৃষ্টিৰ মূল উৎস। গতিকে উপন্যাসখনত ঘটনাকেন্দ্ৰিকতাতকৈ ভাবকেন্দ্ৰিকতাই বেছি প্ৰাধান্য

লাভ কৰিছে। এনে এটা দৃষ্টিকোণৰ পৰাই বেটুপাতৰ ছবি প্ৰণয়ন কৰি দিছে যশস্বী শিল্পী শ্ৰীমান শশী বৰদলৈয়ে। তেওঁক মোৰ আন্তৰিক ধন্যবাদ আৰু আশীৰ্ব্বাদ প্ৰদান কৰিলোঁ।

এই উপন্যাসখন অনেক দিনৰ আগতে ১৯৬২-৬৩ চনত লিখা হৈছিল আৰু ইয়াৰ পাণ্ডুলিপি এজন বিশিষ্ট সাহিত্যিকৰ হাতত তেখেতৰ আলোচনীত প্ৰকাশ কৰিবৰ কাৰণে অৰ্পণ কৰা হৈছিল। তেখেতে প্ৰকাশতো নকৰিলেই, পাণ্ডুলিপিখনো আমাক ঘূৰাই নিদিলে। গতিকে আৰ্থিক সামৰ্থ্যৰ অভাৱ স্বত্বেও ইয়াক প্ৰকাশ কৰিবলগীয়া হ'ল। "শৰাইঘাট প্ৰিণ্টাৰ্ছ"ৰ মালিক শ্ৰীযুত যোগেশ শৰ্ম্মা দেৱে অশেষ কষ্ট কৰি কিতাপখন সোণকালে উলিওৱাত কিমান সহায় কৰিছে, তাক বুজুৱা টান। তাৰ কাৰণে তেখেতক অশেষ ধন্যবাদ জনালোঁ।

সৰ্ব্বশেষত আমাৰ ল'ৰা ডাঃ শ্ৰীমান অপূৰ্ব্ব কুমাৰ শৰ্ম্মা আৰু ছোৱালী শ্ৰীমতী লীনা শৰ্ম্মাৰ আশাগুধীয়া যত্নৰ কাৰণেহে এই প্ৰকাশন সম্ভৱ হ'ল। শ্ৰীমতী লীনাই টুকুৰাটুকুৰি কাগজৰ পৰা পুনৰ পাণ্ডুলিপি প্ৰস্তুত নকৰাহেঁতেন আৰু শ্ৰীমান অপূৰ্ব্বই সকলো সময়তে উদ্গনি দি নথকাহেঁতেন এই উপন্যাসে ৰাইজৰ মাজত মুখ দেখুৱাব নোৱাৰিলেহেঁতেন। তেওঁবিলাক দুয়োলৈকে মোৰ আন্তৰিক স্নেহাশিষ্ থাকিল। সদৌ শেষত পঢ়ুৱৈ সমাজে ইয়াক মৰমৰ চকুৰে চাব—এয়ে আশা কৰি সামৰিলোঁ। ইতি

নিজবাপাৰ
গুৱাহাটী
জন্মাষ্টমী, ১৯০৪ শক (১৯৮২ ইং)

ৰাইজৰ শুভাকাঙ্ক্ষী
ডঃ ডিম্বেশ্বৰ শৰ্ম্মা

## ( এক )

"আইদেউ। অ' আইদেউ। কি কৰিছা?" এই বুলি চিঞৰি চিঞৰি পখিলাই লাহে লাহে উকীল বেণুধৰ বৰুৱাৰ ভিতৰ চোতাললৈ সোমাই আহি যেতিয়া প্ৰতিভাৰ পৰা কোনো মাত নেপালে, তেতিয়া পখিলাই মনতে কবলৈ ধৰিলে, "প্ৰতি আইদেউ নাই হ'ব পায়। থকাহেঁতেন নিশ্চয় মাত দিলেহেঁতেন।"

প্ৰতিভাই কিন্তু পখিলাৰ মাত শুনিয়ো নীৰৱে আছিল আৰু ভাবিছিল—কি অসভ্য এই সাধাৰণ মানুহবোৰ। কথা নাই বতৰা নাই পোন কোৰেই ভিতৰ চোতাল পায়হি। মনে মনেওটো আহিব পাৰে। তাকো আহিছে শুদা হাতেৰে। খঙতে প্ৰতিভাই একো নাই হৈ চকু পকাই চাবলৈ ধৰিলে।

পাকঘৰতে উকীলৰ কাৰণে চাহ কৰাত লাগি থকা প্ৰতিভাক লক্ষ্য নকৰি পখিলাই আকৌ নেহেৰীয়াকৈ চিঞৰিবলৈ ধৰিলে—অ' বোলোঁ প্ৰতি আইদেউ নাইনে কি? অ' প্ৰতি আইদেউ।"

প্ৰতিভাই কিন্তু এইবাৰ খঙত অধীৰ হৈ বৈ থাকিব নোৱাৰিলে আৰু গুজৰি উঠিল—"কোন অ' সেইজনী, কোন? তেনেকৈ চিঞৰি চিঞৰি গগণ ফালিছে কিয়? তোক লাগে কি?"

"মোক চিনি পোৱা নাই নেকি আইদেউ?"—পখিলাই লাহে লাহে সোধে। "চিনি নেপাম কিয়? তই এনেকৈ চিঞৰিলেহে তোক চিনি পামনে? তই এনেকৈ নিচিঞৰিলেও হ'লহেঁতেন।"

"আইদেউ খং কৰিছে কিয়? কাৰো মাত নাপাইহে ডাঙৰকৈ মাতিছোঁ। চিঞৰা নাই।"

"অ চিঞৰা নাই, ডাঙৰকৈহে মাতিছ। পিচে এতিয়া দেউতাৰ থকা হ'লে এনেকৈ ভিতৰলৈকে চিঞৰি চিঞৰি আহা মজা দিলেহেঁতেন।"

"বুজিলোঁ আইদেউ। বুজিলোঁ, উকীল মুক্তিয়াৰৰ ঘৰলৈ আহিছোঁ; শুদা হাতেৰে অহাটো ঠিক হোৱা নাই। পিছে মই মক্কেল নহয়। ভাবিছিলোঁ বোলোঁ আইদেউ ঘৰৰ ওচৰৰে ছোৱালী, আজি বিয়া হবৰ ছয়-সাত মাহ মান হ'ল! কেনেকৈনো আছে চাই দেখা এটা দি আহোঁগৈছোঁন। যদি বেয়া পাইছা, তেনেহ'লে উঠিলোঁহে।" এইবুলি পখিলা লাহে লাহে ওলাই গ'ল। প্ৰতিভায়ো হাকিমনীৰ ভেমেৰে বিশেষ একো প্ৰত্যুত্তৰ নিদিলে।

বেণুধৰ বৰুৱাই ওকালতি আৰম্ভ কৰিবৰ আজি ছয়-সাত মাহ মানহে। ওকালতিৰ নবিচি আৰম্ভ কৰাৰ লগে লগে আজি ডেৰ বছৰমানৰ আগতে তেওঁ প্ৰতিভাক বিয়া কৰায়। প্ৰতিভাৰ বাপেক লোকেলবৰ্ড অফিচত কাম কৰা এজন সাধাৰণ কেৰাণীহে; তথাপিতো মধ্যবিত্ত সম্প্ৰদায়ৰ যি স্বভাৱ, সেই সকলোবোৰ প্ৰতিভাৰ গাত ফুটি উঠিছে। সাধাৰণ মানুহৰ পৰা নিজক অলপ নিলগত ৰাখি নিজ ব্যক্তিত্বত এটা মৰ্য্যাদা দিয়া আৰু সিহঁতক অলপ ঘৃণাৰ চকুৰে চোৱা—মধ্যবিত্ত সম্প্ৰদায়ৰ এই সকলোবিলাক সাধাৰণ প্ৰবৃত্তি তেওঁৰ সজাগ। তাতে অৰ্থনৈতিক সংকোচন হোৱাত দেউতাকৰ মাহে ৩০।৪০ টা টকাই এটা আভিজাত্যৰ গৌৰৱ ৰক্ষা কৰি চলাত সহায় কৰিছে। সৰুৰে পৰা এটা সহজ পৰিবেশৰ মাজত উঠিবলৈ পোৱাত প্ৰতিভাৰ অভিমান মুঠতে কম নহয়। এতিয়া যেতিয়া তেওঁৰ বেণুধৰ উকীলৰ লগত বিয়া হৈ গৈছে তেতিয়া তেওঁৰ সহজাত ভেমে আৰু অভিমানে মূৰ দাঙি উঠিছে। এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া।

( দুই )

এনেকৈ অলপ দিন পাৰ হৈ গ'ল। নতুন উকীল বেণুধৰ বৰুৱা কাছাৰীৰ পৰা আহি চাহ-তাহ খাই উঠি বাহিৰৰ চৰাতে মুখত চিগাৰেট এটা জ্বলাই লৈ বহিছেহি। কাতি-আঘোণ মাহৰ কতীয়া দিনটো চাৰি বজাৰ লগে লগেই প্ৰায় সন্ধিয়া লাগে। চিগাৰেটৰ ধোঁৱাবিলাক অকাই-পকাই মুখৰ পৰা ওলাই গৈ যেন আকাশৰ হিম-বিলাকৰ লগত মিলিছেগৈ। ৰৰ গভীৰ মনেৰে একো ওৰ নেপাই

যেন বৰুৱাই নিজৰ ওকালতিৰ অনিশ্চয়তাৰ ভাবখিনিয়ো সেই ধোঁৱাৰ লগতে মিলাই দিয়ে আৰু উদাস মনেৰে সেই অনিশ্চয়তাৰ ভাৱত তন্ময় হৈ বহি থাকোঁতে কনক শৰ্মাই যেতিয়া "কিহে, ওকালতিৰ কথা ভাবি ভাবি অন্যফালে কি হৈছে কবই নোৱাৰাঁনে কি" বুলি মাত দিলে তেতিয়া বেণুধৰ বৰুৱা চক্ খাই উঠিল।

"নাই হে, ওকালতিৰ কথা ভাবি তন্ময় হৈ থকা নাই। দিনৰ দিনটো কামত থাকি এতিয়া অলপ জিৰাইছোঁহে বুইছা" লাহেকৈ বৰুৱাই যেন নিজকে চম্ভালি উত্তৰ দিলে।

"তেনেহলে তুমি ওকালতিত কোনো দিগ্‌দাৰ পোৱা নাই নেকি? কে'চ্‌বোৰ নিয়মিত ভাৱে পাই থাকিলে অৱশ্যে বৰ ভাবিবলগীয়া নেথাকে।" কনক শৰ্মাই কয়।

"নহয়, কথাষাৰ মই তেনে অৰ্থত কোৱা নাই। মই কৈছোঁ যে কে'চ্ পাওঁ নেপাওঁ অনৰ্থক ঘৰত বহি মূৰ ঘমাই থাকিলে লাভ নহব; মই নতুনকৈ ওকালতি আৰম্ভ কৰিছো মাত্ৰ, আহকাল নেপাম কিয়? ওকালতিৰ আওভাও পোৱাই নাই; মানুহৰ লগত চা-চিনাকি হ'বলৈ আছেই; তাৰোপৰি দুই এটা মোকৰ্দ্দমাত কৃতিত্ব দেখুৱাব পাৰিলেহে প্ৰতিষ্ঠা লাভ কৰিব পাৰিম"— বৰুৱাই উত্তৰ দিলে।

"মই তোমাৰ ইয়ালৈ আহিব পৰা নাই যদিয়ো তোমাৰ হৈ দুই এজন মক্কেলক কৈছোঁ তোমাৰ কথা; তেওঁবিলাকে কয় যে নতুন উকীল; কি মোকৰ্দ্দমা দিবাঁহে, পণ্ড কৰি পেলাব। এনেকৈ হ'লে মক্কেল টানি অনা সহজ নহ'ব। ওকালতিত নাম হ'ব, টকা-পইচা আহিব, পেট-ভাত মুকলি হ'ব— ই বহুত দুৰাগত। ধান পকে মানেই টুনিৰ মৰণ।"

"কঠিয়াগুলিৰ পৰা হাল লেখিবলৈ হ'লে যেতি কৰিব নোৱাৰি বুইছা। উকীলৰ জীৱন এনেয়ে এখন চিৰন্তন যুদ্ধ, তাত প্ৰথমছোৱাত স্বীকৃতি লাভ কৰোঁতে অনেক ব্যৰ্থতা, হা-হুমুনিয়াহ সহ্য কৰিবই লাগিব। ইয়াৰ বাহিৰেও কেতিয়াবা অপমানকো আকোঁৱালি ল'ব পাৰিব লাগিব। শুনাছোঁন কওঁ—সিদিনা আমাৰ পুৰণি গুদামৰ পুত্তাৰাম গাওঁবুঢ়াক কাছাৰীতে লগ পাইছিলোঁ"

"কোন পুত্তাৰাম গাওঁবুঢ়াহে" কনক শৰ্মাই সোধে।

"পুৰনিগুদামৰহে, পাহৰিলানেকি? সেই তোমালোকৰ গাৱঁৰে দেখোন" উকীলে উত্তৰ দিলে।

"অ' বুজিলোঁ এতিয়া, সেই পুৰাৰাম কেওঁট। তেওঁনো গাওঁবুঢ়া হ'ল কেতিয়াৰে পৰা?"

"কব নোৱাঁৰা নেকি? গাওঁবুঢ়া হৈ মাটিবাৰী কিনি অৱস্থা দপ্‌দপীয়া কৰি পেলালে।"

"পিচে তেওঁ কাছাৰীলৈ কিয় আহিছিল আৰু তোমাক লগ পালে কিয়?" কনক শৰ্মাই সোধে।

"কাছাৰীলৈ কিয় আহিব। মোকৰ্দ্দমা আছিল। মোক লগ পোৱা নাছিল। হঠাতে দেখাদেখি হলোঁ। আৰু মই সোধাত ক'লে "এটা মোকৰ্দ্দমাৰ কাৰণে আহিলোঁ"। "উকীল কাক ধৰিছা" বুলি সোধাত ক'লে--"সেইবোৰ কথা তোমাক নেলাগে বোপাই। তুমি নতুন মানুহ, নোৱাৰিবা। মই উকীল ভালেই দিছোঁ", যেনিবা উকীলৰ কথা সোধা মানে মই মোক ধৰিবলৈহে কৈছোঁ। ইমান সন্দেহ! তাৰ পৰা তেওঁক কেবাবাৰো কাছাৰীতে দেখিছোঁ। গাত-গা লাগি গলেও নেমাতে বুজিছা। গতিকে এইবোৰ মান অপমানৰ কথা আছেই। তাৰোপৰি প্ৰতিষ্ঠা লাভ কৰালৈকে পেটভাত খোৱাৰ সমস্যা। তাৰো এটা উপায় লাগিব---উকীলে কয়।

"অকল পেটভাত চলোৱাই নহয়, আইনৰ কিতাপ-পত্ৰ, সমালোচনামূলক আলোচনী আদি যোগাৰ কৰি লোৱাৰ সমস্যাও আছে। আৱশ্যকীয় গ্ৰন্থবিলাক নহ'লে প্ৰতিষ্ঠা লাভ কৰাত ব্যাঘাত জন্মিব।" —শৰ্ম্মাই তপৰাই মাত দিয়ে।

"সেই সকলোবিলাকৰ কাৰণে মোৰ মনৰ বল আছে, বুইছা। সকৰে পৰা দুঃখীয়া অৱস্থাৰ লগত কেনেকৈ যুদ্ধ কৰি এইখিনি পাইছোঁহি দেখিছাই নহয়। ভগৱানে কৰিলে এতিয়াও পাৰিম।"

"অকল মনৰ বল হ'লেই নহয় দিয়া। আন আন মানুহৰ আগতো তোমাৰ পাৰদৰ্শিতা দেখুৱাই মক্কেলবো মন যোগাব পাৰিব লাগিব। অৱশ্যে ইয়াৰ কাৰণে তোমাৰ ধুনীয়া, ওখ শৰীৰ আৰু বুদ্ধি-বৃত্তিয়ো যথেষ্ট আছে।" কনক শৰ্মাই ক'লে।

"সেইটো তুমি ঠিকেই কৈছা। এটা বাহ্যিক আড়ম্বৰ ৰক্ষা কৰিব চলিব নোৱাৰিলে সকলো সময়তে মক্কেলৰো দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰি। তাৰ কাৰণে প্ৰথমেই লাগিব টকা। তাৰ কি ব্যৱস্থা হ'ব সময়তহে ভাবিম। এতিয়া মাহেকীয়া ঘৰ ভাৰা আদিৰ যোগাৰ কৰি চলাই টান পাইছো। সময়ত নিশ্চয় সকলো হৈ যাব"—এই বুলি কৈ বকৰাই নিজৰ সবল সুস্থ মনৰ আশাবাদ প্ৰকাশ কৰিলে।

"মই হ'লে ইমান কষ্ট কৰিব নোৱাৰো বুজিছা, সেই কাৰণেহে বি. এ. পাছ কৰি মাষ্টৰীত ধৰিছোঁ। লগতে দুটা-এটা ঘৰুৱা শিক্ষকতা যোগাৰ কৰিব পাৰিলে সংসাৰখন সুৰ-সুৰীয়াকৈ চলি যায়, এতিয়া উঠোহেঁ—বুলি কৈ কনক শৰ্মা ওলাই গ'ল।

বকৰাই তেতিয়া অনিশ্চয়তাৰ মাজেদিয়েই কিবা এটা যেন পন্থা উলিওৱাৰ উদ্দেশ্যে ভাবি ভাবি ৰ'ল। সন্ধিয়াৰ এন্ধাৰ লাহে লাহে নামি আহিছে, লগে লগে জোনৰ পোহৰো নামি আহি অন্ধকাৰৰ লগত তুমুল সংগ্ৰাম কৰিবলৈ আৰম্ভ কৰি বকৰাৰ মনৰ আন্ধাৰ আৰু পোহৰৰ সংগ্ৰামৰ আভাস দিছে।

প্ৰতিভাই কিন্তু বকৰা আৰু কনক শৰ্মাৰ এই সকলো কথা শুনি আছিল। কথা-বতৰা শুনি হাকিমনীৰ সপোন ভাঙিল। উকীলৰ জীৱনৰ প্ৰকৃত অৱস্থা তেওঁৰ এতিয়া যেন চকুৰ আগতে ভাঁহি উঠিল। নতুনকৈ বিয়া কৰোৱা তিৰোতা, এতিয়ালৈকে লাজ-কুৰীয়া স্বভাৱটো যোৱা নাই। গতিকে বকৰাৰ আগত কোনো কথা তেনেকৈ পোনপটীয়া ভাৱে জোৰকৈ কোৱা নাছিল। আজি যেন নিজৰ মৰ্য্যাদাৰ অভিমান তুষ্ট কৰিবলৈকে তেওঁ বকৰাৰ আগত প্ৰগল্ভা হ'ল। কাৰণ আত্মাভিমান সজাই ৰখাই আত্ম-প্ৰতিষ্ঠা। তেওঁ লাহেকৈ ওলাই আহি বকৰাৰ ওচৰত ঠিয় হ'ল আৰু নজনাৰ ভাও ধৰি সুধিলে—"কেলেই, আজি কাছাৰীৰ পৰা আহিয়েই ইমানকৈ কি ভাবি আছে?"

নৱেণীৰ অকস্মাতে অস্বাভাৱিক প্ৰগল্ভতাৰে এনে প্ৰশ্ন শুনি আচৰিত হৈছিল যদিও বকৰাই তেনে ভাৱ লুকুৱাই ৰাখি উত্তৰ দিলে—"ভাবিছোঁ ওকালতিৰ কথা, কেনেকৈ তাত নাম কৰিব পাৰিম। আৰু সেই নাম কৰা অৱস্থা নৌপাওঁতেই এতিয়া কেনেকৈ চলিম।"

"মই হ'লে এই ওকালতি ব্যৱসায়টো অলপো ভালপোৱা নাই" প্ৰতিভাই থপ্ কৰে ক'লে।

"কিয় ?" বকুৱাই প্ৰশ্ন কৰে।

"কিয়" বুলি মোক সোধে কেলেই ? আপুনিতো জানেই এতিয়া আমাৰ পেট প্ৰবৰ্ত্তোৱাতে কিমান অসুবিধা হৈছে। তাৰোপৰি আপুনি তেখেত শৰ্মাক কৈছিলেই নহয় মানুহে কেনেকৈ উপলুঙা কৰে। আগেয়ে ভাবিছিলোঁ মক্কেল আহিব হাকিমৰ ঘৰলৈ ভাৰভেঁটী লৈ হাকিমনীক চেলাম দি মোকৰ্দ্দমাত জিতাই দিবৰ কাৰণে খাটিৰ কৰিব।"

"এতিয়া তেনেহ'লে তোমাৰ সেই অভিপ্ৰায় সিদ্ধ নহ'ল ? মোৰ লগত তোমাৰ বিয়া মাত্ৰ তোমাৰ তেনে অভিমান পূৰাবলৈহে নেকি ?" বকুৱাই সোধে।

"তেনে অভিমান পূৰাবলৈ হয় নহয় কব নোৱাৰোঁ, ব্যৰ্থতাৰ বা অপমানৰ যন্ত্ৰণা সহ্য কৰিবলৈকো নহয়। স্বামীৰ জীৱনৰ কৃতকাৰ্য্যতাই স্ত্ৰীৰ জীৱনৰ সফলতা। তাৰ যোগেই আছে অপাৰ আনন্দ।" প্ৰতিভাই কয়।

"মোৰ জীৱনলৈ কৃতকাৰ্য্যতা নাহিব বুলি তুমি কেলেই ধৰিলা ?" বকুৱাই সোধে।

"কৃতকাৰ্য্যতাৰ বাটত কাঁইট বেচি এই কাৰণেই।"

"দুয়ো অলপ সময়ৰ কাৰণে নিস্তব্ধ হয়। বকুৱাক নিমাত দেখি নিজৰ কথাষাৰ বহলাই কবৰ অভিপ্ৰায়েৰেই যেন প্ৰতিভাই ক'বলৈ ধৰিলে—আমাৰ ঘৰুৱা অৱস্থাও সিমান টনকীয়াল নহয় যে আমি অতি দুৰ্য্যোগৰ মাজতো টানি থাকিব পাৰিম। এনেকৈ আৰু কিমান দিন চলা যাব ?"

বকুৱাই প্ৰশ্ন কৰিলে—এতিয়ানো তোমাৰ মতে উপায় কি ?

"উপায় নাই কিয় ? এটা চাকৰিৰ কাৰণে চেষ্টা কৰিলেই হয়; তাৰ কাৰণে আপোনাৰ যোগ্যতাও আছে যথেষ্ট। গোটেই ছাত্ৰজীৱন আপুনি কৃতিত্ব দেখুৱাই আহিছে। গতিকে চেষ্টা কৰিলেই এটা চাকৰি পাব পাৰে। জইন নহ'লেও অন্ততঃ এজন হাকিম

হ'ব পাৰে। তেতিয়া বুজিছে, মাহেকত এটা নিয়মীয়া আয়ো হৈ থাকিব, দুটা বা তিনিটা পিয়নো পাব………"

"আৰু তোমাৰ ফুটনিয়ো বুজিব"—কথাষাৰ কোৱা শেষ নৌহওঁতেই বৰুৱাই থিতাতে এনেকৈ জোৰা লগাই দি হাঁহিব ধৰিলে।

প্ৰতিভা হতভম্ব হ'ল আৰু একো নেমাতিলে।

বৰুৱাই কৈ গ'ল—"বুইছা প্ৰতি, চাকৰি কৰাটো মোৰ জীৱনত নহয়; এনে কথা মই কেতিয়াও ভবা নাই। অৱশ্যে চেষ্টা কৰাহেঁতেন উপযুক্ত চাকৰি পাবলৈ মোৰ যোগ্যতা নাই তেনে নহয়। কিন্তু চাকৰি কৰাটো মই অন্তৰেৰে সৈতে ঘৃণা কৰোঁ। তাতে বিদেশী শাসকৰ তলত চাকৰি কৰা মানে গোলামি বৰণ কৰা। গতিকে ওকালতিৰ নিচিনা এটা স্বাধীন ব্যৱসায়কে বাচি লৈ নিজৰ কৃতিত্ব দেখুৱাব পাৰিলে অপৰিসীম আনন্দ পাম। নোৱাৰিলেও অন্ততঃ জ্ঞান আৰু প্ৰতিভাৰ বিকাশ কৰিবলৈ চেষ্টা কৰি চাব পাৰোঁ। গতিকে তুমি মোক চাকৰি কৰিবলৈ আজিয়েই যি কলা, আজিৰ পৰা যেন নোকোৱা।"

"আপুনি যদি সঁচাকৈয়ে বেয়া পায়, মই কেতিয়াও নকওঁ; আপোনাৰ অন্তৰত বেজাৰ দিয়াটোৱে মোৰ মনত তৃপ্তি দিব নোৱাৰে। কি কৰিলে আপুনি আনন্দ পায় মই তাকেই ভাবোঁ আৰু তাকেই মই ভাল পাওঁ। পিছে এতিয়া কি কৰিনো আমাৰ জীৱন নিৰ্ব্বাহ কৰিব পৰা যাব আৰু আপোনাৰ ওকালতিয়ো চলিব?" —প্ৰতিভাই সোধে।

"দুঃখ কষ্ট কৰিবলৈ শিকাঁ, আত্মনিৰ্ভৰশীল হোৱা, দেখিবাঁ মনত বল পাইছা, নিজৰ বুদ্ধি-বৃত্তিৰ উন্মেষ হৈছে। ইয়াত যি আনন্দ তাতেই পৰিতৃপ্তি, সকলো ৰাস্তা আপোনা আপুনি ওলাই যাব।" —বৰুৱাই কয়।

প্ৰতিভাই এতিয়া বৰুৱাৰ কথাৰ প্ৰকৃত মৰ্ম্ম বুজি উঠিল। আলস্য আৰু আড়ম্বৰপূৰ্ণ জীৱন সহজ হয় সঁচা, কিন্তু তাত মৰ্য্যাদা নাই। আগেয়ে ভাবিছিল চাকৰ-বাকৰে অভিমান পুৰাই আত্মমৰ্য্যাদা দিব, এতিয়া ভাবিলে যে কৰ্ম্মই আত্মাৰ অভিব্যক্তি।

কঠোৰ কৰ্মই নিজৰ স্বামীৰ মনস্তুষ্টি সাধন কৰি ভালপোৱাৰ যোগে নিজৰ মনৰ আনন্দক এটা অলৌকিক ৰূপ দিব।

গতিকে তেওঁ আজি পখিলাৰ ঘৰলৈও যাবলৈ ওলাল তাইৰ কৰ্মময় জীৱনৰ এটা আভাস ল'বলৈ। আগেয়ে হয়তো পখিলাৰ ঘৰৰ ওচৰেদিয়েই অহাযোৱা কৰোঁতে পখিলাই কি কৰিছিল খবৰ লবলৈ ভ্ৰূক্ষেপেই নকৰিছিল, আজি যেন গিৰীয়েকৰ ভালপোৱাৰ এটা নতুন সন্ধান পালে। পখিলাৰ পৰা তাঁতসূত আদি শিকাৰ মনোভাবেৰে প্ৰতিভা আজি এইখিনি ওলালহি। এতিয়া তেওঁ সকলো ভেম ত্যাগ কৰিলে। কাৰণ গিৰীয়েকৰ আত্মপ্ৰতিষ্ঠাৰ কাৰণেই যেন তেওঁ সকলো যত্ন ধাৱিত কৰি নিজ ভালপোৱা চাৰতাৰ্থ কাৰবলৈ দৃঢ় প্ৰতিজ্ঞা। স্বামীয়ে পদমৰ্য্যাদা পোৱাত আৰু তেওঁৰ অভিমান পূৰণ হোৱাত সহায় কৰাতেই যেন স্ত্ৰীৰ ভালপোৱাৰ অভিব্যক্তি।

যি পখিলাৰ চকুলৈকে নেচাইছিল আৰু এদিন উপযাচি যাওঁতে পখিলাক ধমকি দি খেদাই দিছিল, সেই প্ৰতিভাক আজি ঘৰলৈ নিজে অহা দেখি পখিলা আচৰিত হ'ল আৰু ক'লে, "আজি কি ভুৰুকাত হাঁতী ভৰোৱা কথা হ'ল। পিচে আমাৰ ঘৰলৈ এনেকৈ শুদা হাতেৰে অহা মানুহক আমাৰ ল'ৰাটোৱে দেখিলে শুদেৰে নেৰে" মিচিকিয়াই হাঁহি পখিলাই কয়।

"নহয় বাই, সেইদিনাৰ কথাতো ধৰি নেথাকিবা। এৰি দিয়া বাই, সেইদিনা কিবা এটা কথাত মোৰ বৰ বেয়া লাগি আছিল। তুমি চিঞৰি চিঞৰি সোমাই যাওঁতে হঠাতে মোক বৰ খং এটাই ধৰাতহে তোমাক কটুকথা ক'লোঁ, বেয়া নেপাবা বাই।" প্ৰতিভাই পখিলাৰ হাত দুখনত ধৰি কয়।

পখিলায়ো মৰমতে পমি গৈ মাফখোজাৰ কাৰণে নোপোৱাই পোৱাদি পালে আৰু ক'লে—"এ আই! তই মোৰ জীৰ লগৰ জী, তোৰ কথাতনো মই লাগি থাকিমনে? এনেয়ে ধেমালি কৰিহে চাইছোঁ। পিচে তইনো এতিয়া কি মন কৰি আমাৰ ইয়ালৈ আহিলি?"

"মই এই পিনেদিয়েই আমাৰ ঘৰলৈ গৈছিলোঁ। উভতি যাওঁতে বোঁলো বাইকো মাত লগাই যাওঁ কিজানি সেইদিনা বাইয়ে বেয়া পালে। ইয়াৰ বাহিৰেও আৰু এটা কথা আছিল"

"কিনো কথা, আইটি" — পখিলাই সোধে।

"বিশেষ একো নহয়, বোলোঁ তুমি মোক অলপ বোৱা-কটা শিকাই দিব পাৰিবানে? মইয়ে তোমাৰ ইয়ালৈ মাজে মাজে আহি থাকিম" বিনয়ৰ সুৰত প্ৰতিভাই কয়।

"এ আইটি, তই আহিব নেলাগে, মই এই বুঢ়ী বান্দীয়েই যাব পাৰিম নহয়।" পখিলাই প্ৰতিভাৰ বিনয়ত তুষ্ট হৈ উত্তৰ দিলে। শম ধৰিব নোৱাৰিলে যে মধ্যবিত্ত আৰু ধনীৰ তথাকথিত নম্ৰতায়ে আওপাকে গৰীবক শোষণ কৰে।

দিনবিলাক বাগৰিবলৈ ধৰিলে। পখিলাই প্ৰায় নিতৌ প্ৰতিভাৰ তালৈ গৈ তাঁতবোৱা, সূতাকটা, ফুলবচা ইত্যাদিবিলাক শিকাবলৈ ধৰিলে। প্ৰতিভাৰ তীক্ষ্ণ বুদ্ধিয়ে অতি সোনকালে এই সকলোবিলাক শিকি পেলালে। এদিন পখিলা গৈ উকীলৰ ঘৰত উপস্থিত হৈছেহি; প্ৰতিভাই দেখি বৰ আস্তব্যস্ত কৰি নি বহুৱাই কৈছে -"অ' বাই। তুমি দেখোঁন আজি ভালেমান দিন অহা নাই"

"অহাৰতো কোনো দৰ্কাৰ নাই; তই দেখোঁন মোৰ পৰা শিকিব লগা সকলো শিকি পেলালি। এতিয়া তই নিজে নিজেই চলাই লৈ যাব পৰা হৈছ" — পখিলাই উত্তৰ দিলে।

"সেই বুলিয়েই তুমি নাহিবানে? আহি থাকিলে ভাল লাগে। তুমি অলপ বহাঁচোন, মই ভিতৰৰ পৰা আহোঁ" এই বুলি প্ৰতিভা ভিতৰলৈ সোমাই গ'ল। পখিলাক বুলি চাহৰ কেট্‌লীটো জুইত বহুৱাই দি হাতত নতুনকৈ বোৱা কাপোৰ এসোপা লৈ পখিলাৰ আগত থিয় দিলে।

"সেইবোৰ কিহৰ কাপোৰ আই।" পখিলাই সোধে।

"হাতে বোৱা কাপোৰ, বাই"

"ইমানবোৰ কাপোৰ কেতিয়া বলালি, কেতিয়া ব'লি, আই, তই দেখোঁন কম কাজী হৈ উঠা নাই, মোকো চেৰ পেলালি, এ আই, গোটেই ফুলে তেতেলিয়ে তমকাৰ।"

"তোমাক বাই কি চেৰ পেলাম! দিনে ৰাতিয়ে যে কাটি এই কাপোৰবোৰ উলিয়াইছোঁ, বজাৰত বেচি দিব লাগে বাই পাৰিবানে?"

"তহঁতেনো আই, কিহৰ কাপোৰ বিক্ৰী কৰিব লাগে অ ।"

"তুমি বাই বুজা নাই, ওকালতিৰ কাৰণে দেউতাই বহুত কিতাপ কিনিবলগীয়া হৈছে। এনেকৈ দুপইচা এপইচা নুলিয়ালে ওকালতিৰ পয়চাৰে খাবাঁনে, কাপোৰকে পিন্ধিবাঁনে, নাই কিতাপকে কিনিবাঁ"---প্ৰতিভাই এনেকৈ কৈ ভিতৰলৈ সোমাই যায়। পখিলাই বাৰীত নানা তৰহৰ শাক-পাচলিৰ খেতি দেখি মনতে ভাবে—"এই খেতিখোলাবোৰনো কাৰ হতুৱাই কৰাইছে ? ঘৰততো লৰালুৰি নাই।" এনেকৈ ভাবি থাকোঁতে প্ৰতিভাই চাহ কৰি আনি পখিলাৰ আগত দিয়েহি "বাই, এইয়া লোৱাঁ" বুলি। পখিলায়ো চাহ খাই খাই সোধে—"বাৰীত ইমানবোৰ শাক-পাচলিৰ খেতি, আই, কোনে লগাইছে ?"

"কোনে লগাব, বাই, মই নিজে লগাইছোঁ"—প্ৰতিভাই উত্তৰ দিয়ে।

"এইবোৰো, আই, বিক্ৰী কৰিবি নেকি ?"

"নকৰিলে নচলে, বাই। দেউতাৰে ওকালতিত যি দুই চাৰি পইচা পায়, তাৰে কোনোৰকমে ঘৰ নচলে, গতিকে এনেকৈয়ে বহুত বাহিৰা লেঠা ময়ে মাৰি আছোঁ।"

"এ আই, তোৰ বৰ কষ্ট হৈছে যেন পাইছোঁ ; দেউতাবোপাক চাকৰি এটাকে বিচাৰি লবলৈ নকম কিয় ? এই উকীলবাবু হোৱাটো বৰ ভাল যেন দেখা নাই।"

"মই নোকোৱাকৈ আছোঁনে বাই ; ক'লে নেমানিলে কি কৰিম ! গতিকে তেওঁৰ ইচ্ছাতে ময়ো সকলো ফালৰ পৰা সহায় কৰিবৰ চেষ্টা কৰিছোঁ।"

"ভাল কৰিছা, আই ; পুৰুষৰ ইচ্ছা অনুসৰি চলাই তিৰোতাৰ কাৰণে ভাল।"

"পুৰুষক যদি নাৰীয়ে সহায় কৰি আগবঢ়াই নিব নোৱাৰে, তেনেহ'লে স্বামী-স্ত্ৰী সম্বন্ধৰ কি মূল্য আছে ? গিৰীয়েকে পইচা ঘটিব, তিৰোতাই খৰচ-পাতি কৰি গা-মেলাই ফুৰিব আৰু হোৱাই-নোহোৱাই সন্তানৰ জন্ম দি বোজা বঢ়াই দিব। বেশ্যাবৃত্তি অৱলম্বন কৰা আৰু এনে দায়িত্ব নাইকিয়া তিৰোতাৰ জীৱনৰ মাজত পাৰ্থক্য কি ?"

"তই আই শিক্ষিতা ছোৱালী, অশিক্ষিতা বুঢ়ী লাপুং আমাৰ দৰেই ভৱা দেখি বৰ ভাল লাগিছে। আজিকালি পঢ়াশুনা কৰা ছোৱালীয়ে তোৰ নিচিনাকৈ ভৱাটো দূৰৰ কথা, তেনেকৈ ক'লে ইতিকিংহে কৰিব।"

"অইনে যি ভাবক, নেভাবক মোৰ ভাৱবোৰ বেলেগ বুইছা বাই। নিজৰ স্বামীক ভাল পাওঁ বুলিয়েই ভক্তি কৰোঁ। সেই ভক্তিৰ স্বৰূপ ভৰিত দীঘল দি পৰাটোৰেই নহয়, সি প্ৰকাশ পায় স্বামীৰ শুশ্ৰূষাত, তেওঁক সৰ্বতোপ্ৰকাৰে সহায় কৰি তেওঁৰ স্বাভাৱিক সাত্ত্বিক প্ৰবৃত্তিবোৰৰ উন্মেষ কৰাত। কাৰণ তাৰ যোগেই তেখেতৰ আত্মোপলব্ধি হব পাৰে। স্বামীৰ আত্মোপলব্ধি মানে স্ত্ৰীৰ আত্ম-প্ৰাপ্তি, কাৰণ দুয়োৰো জীৱন এডাল সূতাৰে গঁথা"—প্ৰতিভাই ক'য়।

"জানো, আই, তই এইবোৰ কি আত্মপ্ৰাপ্তি চাত্মপ্ৰাপ্তি গাইছ মই বুঢ়ী-বেটীয়ে একো বুজ নাপাওঁ। মোট্টতে তই বাচি লোৱা ৰাস্তাটো মোৰ বৰ ভাল লাগিছে; এইটোৰেই আমাৰ কৌটিকলীয়া ৰাস্তা। তই, আই, মহালক্ষ্মী। তোৰ কেউফালে উভৈনদী হ'ব আই। মই মাজে মাজে আহি যি লাগে তোক দেখুৱাই দি সহায় কৰিম। তই এনেকৈ গিৰিয়েৰক সহায় কৰি থাকিলেই শান্তি আৰু আনন্দ পাবি। আই, এতিয়া মই যাওঁহে"—এইবুলি পঁখিলা লাহে লাহে ওলাই যায়। প্ৰতিভাই অলপো সময় খৰচ নকৰি হাতত শলা লৈ উল গুঠিবলৈ লাগি যায়।

( তিনি )

"ইয়াৰ পৰা নগাওঁ সৌৰা বিংটোৰ বাট, তাতে ল'ৰাটো থাকে কিহৰ চিন্তা অ'। এইজনীয়ে মিচামিচি চিন্তাখন কৰি নিজেও খোৱাবোৱা কৰা নাই আৰু মোকো কিবা অশান্তিখন কৰি আছে।" এইবুলি যেতিয়া পুৰণিগুদামৰ গুচৰৰ গাঁৱত চাবেক প্ৰবত্ত কেশধৰ বৰুৱাৰ বাপেক দণ্ডিৰামে ঘৈণীয়েক ৰুবাইক ডেকাহি মাৰি উঠিল, তেতিয়া ৰুবাইয়ে উচুপি উচুপি চকু পানী টুকি কলে—"বাপেকি-বোৰৰ কিহৰ চিন্তা আছে, ল'ৰাই মৰিল বা তিবোতাই হাজিল।

মই মাকজনীয়েহে বুজিছোঁ, পেটৰ পোৱালিটো, তাক সদায় চকুৰ আঁৰত থৈ কি জীয়াতু ভুগিব লাগিছোঁ। তাতে বোলে তাৰ ওকালতিত বৰ কষ্ট হৈছে। পইচা পাতি বৰ কম। গতিকে খোৱা-বোৱাতো টান পাইছে। এই কথাবোৰ ভাবিলে মোৰ বুকু হুমহুমাই যায় বুজিছে।"

"উকীল হ'লে প্ৰথমে এনেকুৱা কষ্ট আছেই, বুজিছ।"

"তেনেহ'লে ওকালতিত ধৰি এনে কষ্টক মাতি আনিব লাগিছে কিয়?" ভৰায়ে প্ৰশ্ন কৰে।

"এহ্ তই কথাটো বুজা নাই; আজিহে কষ্ট হৈছে, কালিলৈ ওকালতিত নাম হ'লেই তাৰ মহা পয়োভৰ হ'ব বুজিছ। সেই গেলেকীৰ ভীমবৰুৱা আগেয়ে আছিল কি। এতিয়া ল'ৰাটোৱে ওকালতি কৰাত সিহঁতৰ খিতাপ চাবি কি? একেদিনাই কিবা তেনেকুৱা ভাল অৱস্থা হৈছেনে? প্ৰথমতে অলপ কষ্ট কৰিবই লাগিব।"

"আৰু, আপুনি, বাপেকিটো হৈ সিহঁতৰ কষ্ট চাইয়ে থাকিবনে?"

কষ্ট কৰিবলৈ লোৱাত ভালেই পাইছো অ'। আমি সেই ভুৰুকাচুৱীয়া বৰুৱাৰ ঘৰৰ ল'ৰা বুইছ। এসময়ত আমাৰো খিতাপ কম নাছিল। পাচে মই পাপীয়ে সেই হেন দপদপীয়া বংশৰ নাম নুমালোঁ। মোৰ দিনতে মাটিবাৰী সকলো গ'ল। এতিয়া অলপ ক্ষান্ত হ'ছোন। কি জানিবা লৰাইয়ে আমাৰ বংশৰ হেৰোৱা নাম ঘূৰাই আনে। আৰু যে কৈছ মই সিহঁতৰ কষ্ট চাই আছোঁ, সেইটো তেনেই গোকাট মিছা কৈছ। মই এই বুঢ়াদেহাৰেই সিদিনা ভাৰেৰে কঢ়িয়াই চাউলপাত ৰচদ গোটাই দি আহিছোঁ যাতে সিহঁতৰ কষ্ট নহয়। সি পঢ়োঁতেও বহুত কষ্ট কৰিছোঁ বুজিছ কিজানিবা তাৰ ভালেই হয়। এতিয়াও সি আমাক খুৱাবও নেলাগে, বুৱাবও নেলাগে, সুখো দিব নেলাগে। যাতে আমাৰে নাম এটা থাকে তাৰ কাৰণে বুঢ়া দেহাৰেই নমৰো মানে বাম, বাকীখিনি ভগৱানৰ হাতত।

এনেদৰেই পুতেকৰ ভালৰ কাৰণে দণ্ডিৰামে মাজে মাজে বেণুধৰৰ তাত চাউলপাত, খৰিখাই আদি দি আহেগৈ যাতে পুতেকৰ

মন খোৱা-লোৱা আদিৰ চিন্তাই বিক্ষিপ্ত নকৰে। গাঁৱলীয়া হোজা মানুহ হ'লেও তেওঁ ভালকৈ বুজিছিল যে বেণুৰ নিচিনা এটা চোকা ল'ৰাই মনকাণ দি লাগিব পাৰিলে এদিন নহয় এদিন নামজ্বলা হ'বগৈ। এই কাৰণেই তেওঁ ঘনাই ঘনাই নগৰলৈ আহি হাতে চুকি পোৱাৰ ভিতৰত পুতেকক সকলো বস্তুৰ যোগান দিবলৈ ধৰিলে।

এদিন দুপৰীয়া পুটীমান বাজিছে। অতি চোকা জেঠমহীয়া বদ। "ৰাম ৰাম! হে, ৰাম! উস্" লগে লগে ধুপ্‌কৰে বেণুহঁতৰ বৰুৱাৰ ভিতৰ চোতালত এটা শব্দ হ'ল। শব্দ শুনি প্ৰতিভাই ল'ৰালৰিকৈ ওলাই আহি দেখিলে যে শহুৰেক দশ্ছিৰামে মোটমৰা ভাৰ এখন আনি গিৰিপ্ কৰি ভিতৰৰ বাৰান্দাত থৈছেহি। প্ৰতিভাই দেখি আচৰিত হ'ল। এনেয়ে শুকুৱা; তাতে বুঢ়া হৈ আহিছে। ইমান কষ্ট কেনেকৈ সহ্য কৰিছে! ঘপ কৰি প্ৰতিভাই যেন মনৰ দুঃখতে কৈ উঠিল—"এই ভৰ দুপৰীয়াখন ইমান কষ্ট নকৰি অলপ আস্তে সুস্তেও আহিব পাৰিলেহেঁতেন।"

"আবেলি ভাগলৈ আহিবলৈ মোৰ সুতিশাঁতি ক'ত? কঠিয়াৰ ধানৰ গজালিয়ে নুৰা বান্ধিলে; গধূলি গৈ জোনাকতে পেলালেহে হ'ব। বোলোঁ এতিয়া অলপ সকাহ পাওঁতেই তাক চাউলকিটা দি আঁহোগৈ—এই বুলি এই ভৰ দুপৰীয়াই ওলাই আহিছোঁ।"

কথাশুনি প্ৰতিভাই একো মাতিব নোৱাৰিলে আৰু লৰা-লৰিকৈ ভিতৰলৈ গৈ পানী এঘটি আৰু গামোচাখন হাতত লৈ বুঢ়াৰ কালে আগবঢ়াই দি ক'লে—"হাতমুখ ধুই অলপ সৎ লওক। মই খাবলৈ চাহ-তাহ এটোপাৰ যোগাৰ কৰোঁ।" এই বুলি প্ৰতিভা ভিতৰলৈ সোমাই গৈ চাহৰ কেট্‌লীটো জুইৰ ওপৰত তুলি চাহৰ যোগাৰ কৰি বুঢ়াক ভিতৰলৈ মাতি নিলে। বুঢ়ায়ো হাতমুখ ধুই ভিতৰলৈ গৈ চাহ খাবলৈ বুলি পিৰাত বহিল। প্ৰতিভায়ো বুঢ়াৰ পিঠিফালে ওচৰতে থিয় হৈ ঘৰৰ খা-খবৰ ললে—"ঘৰৰ ফালে ভালনে? আইৰ কেনে?"

"বুঢ়ামানুহৰ ভাল বেয়ানো কি, আজি ভাল কাইলৈ বেয়া। খিতাতে ভাল খিতাতে বেয়া"—বুঢ়াই উত্তৰ দিলে।

"আপুনি আহোঁতে বাহুত অহা নাই জানো"—প্ৰতিভাই সোধে।

"ভৰি দুটাৰে বুজিব পাৰোঁ মানে বেমৰাহুৰ খবৰ কেলেই লাগিছে। সেইবোৰত চৰিবলৈ পইচানো ক'ত পাওঁ" – বুঢ়াই কয়।

"কেলেই! আগতে খবৰটো দিয়াহেঁতেন যেনে তেনে খৰচটো যোগাৰ কৰি পঠিয়াই দিব পাৰিলোঁহেঁতেন।"—প্ৰতিভাই সমিধান দিয়ে।

"মই পইচা খুজি তাৰ মগজটো ঘূৰাই দিওঁ। সি ওকালতিৰ চিন্তাকে কৰিবনে নাই মোৰ কাৰণে পইচাৰে যোগাৰ কৰিব" বুঢ়াই সোধে।

বুঢ়াৰ কথা শুনি প্ৰতিভা নিমাত হ'ল। ভাবি আচৰিত হ'ল পুতেকৰ প্ৰতি বুঢ়াৰ ইমান অকপট চিন্তা! কৈ উঠিল— "দেহা থাকিলেই বেহা, পুতেকৰ কাৰণে এনেকৈ চিন্তা কৰি নিজৰ দেহা ক্ষয় কৰিছে কিয়?"

"বুঢ়া দেহা কিমান দিননো থাকিব! তহঁতৰ ভালেই আমাৰ ভাল। তহঁতৰ ভাল এটা দেখি মৰিব পাৰিলেই আমাৰ আনন্দ। সেই চাউলৰ বস্তাটোৰ ভিতৰতে টোপোলা এটাতে কেইটামান সোগোৰা ধানৰ পিঠা আছে। খুলি বিচাৰি উলিয়াই তয়ো আই, তাৰে চাহ এটোপা খাই ল। দুটা বা এটা বেগুলিকো থ'ব। সি চাগে কিমান কষ্ট কৰি ঘূৰি-পকি কাছাৰীৰ পৰা আহিব!" বুঢ়াই চাহ খাই খাই কবলৈ ধৰিলে।

বুঢ়াৰ এই সাদৰৰ মাত আৰু পুতেকৰ কাৰণে মৰম দেখি প্ৰতিভাৰো মন বুঢ়াৰ প্ৰতি কিবা এটা অজানিত মৰম আৰু ভক্তিৰ ভাৱে আগুৰি পেলালে। প্ৰতিভাই এই মৰম আৰু ভক্তিৰ ভাবৰ একো আঁতিগুৰি ধৰিব নোৱাৰিলে। অষ্টোপাচৰ দৰে আত্মাকে কেন্দ্ৰ কৰি যে ভালপোৱাই চাৰিওফালে খোপনি পোটে সেই কথা নুবুজিলে। বুজিবৰে বা সময় ক'ত? মনৰ ভাববোৰো সদায় আত্মকেন্দ্ৰী।

( চাৰি )

"অমি, অমি, তই বৰ দুষ্ট হৈ গৈছ আ। অজাপো কথা ক'লে কাণসাৰ নকৰ। সেই ফুলজোপাৰ ফুলবোৰ চিঙি পেলাইছ কিয়, নিচি উৰি যা'।"

"মই চিঙি পেলাম" এই বুলি কৈ যেতিয়া অমিয়াই অধাই-মধাই পাতে পত্রে গছজোপা দোঁৱাই আনি ডালিয়াজোপাৰ ফুলকেইটা চিঙি ভাঙি তহিলং কৰিলে তেতিয়া প্রতিভাই কোনো যেন উপায় নেপালে আৰু নৰাৰৰিকৈ তাইক কোলাত তুলি ল'বলৈ চেষ্টা কৰিলে। প্রতিভাৰ সকলো চেষ্টা বিফল কৰি অমিয়াই আকৌ সেই ফুলৰ পঁাহিবোৰৰ ফালে চোঁচা ললে। প্রতিভাই থাপ্‌মাৰি কোলাত তুলি ল'লত অমিয়াই যেন উচাত মাৰি এৰাবলৈ চেষ্টা কৰি নোৱাৰি খঙতে প্রতিভাৰ দুই হাতৰ ওপৰতে চট্‌ফটাবলৈ লাগিল। প্রতিভাই উপায় নেপায় ক'লে—নেকান্দিবা মাজনী, নেকান্দিবা, দেউতা এতিয়া আহিব, তোমালৈ বৰ ভাল ভাল বস্তু লৈ আহিব, কল আনিব, মিঠাই আনিব, বিস্কুট আনিব, তুমি নেকান্দিবা দেই। অমিয়াই দেউতাকৰ কথা ক'লত ইফালে সিফালে ঘূৰিপকি চাবলৈ ধৰিলে। প্রতিভাই অলপ সকাহ পোৱাদি পাই নিচুকনি গান গাবলৈ আৰম্ভ কৰিলে—

নেকান্দ মইনা নেকান্দ, দেউতা আহিব কল আনিব

থোক মেলিব খাম।

"দে কল, কল দে মই খাম" এই বুলি যেতিয়া অমিয়াই হাত মেলি কলৰ বিচাৰ কৰিলে তেতিয়া প্রতিভাই "ৰবা মাজনী সৌৱা দেউতা আহিছে, কল দিবহি। আমি অকণমান খেলোঁ।" এই বুলি অমিয়াক বহুৱাই লৈ মাকে তাইৰ সোঁহাতত ধৰি ধৰি লাহে লাহে পাহৰাবলৈ ধৰিলে—

তাই বাই লোণে-মাহে সানি খাই

এইকণ তই খা, এইকণ মই খাওঁ

এইকণ দেউতালৈ থওক।

"এতিয়া হাতটো মুঠিমাৰি তই মা চকুদুটা অলপ সময় মুদি দে।" এইবুলি অলপ সময় হাতখন মুঠিমাৰি ধৰি ৰাখি হাতৰ মুঠি খুলি দিয়ে আৰু আচৰিত হোৱা যেন কৰি—"অ নাই দেখোঁন। আৰু আঙুলিকেইটা এটা এটাকৈ ধৰি

তই খালিনে? —নাই খোৱা।

তই খালিনে ? —নাই খোৱা। ইয়াৰ পিচত বুঢ়া আঙুলিত ধৰি ধৰি —"বুঢ়াই খালে। কিল দিওঁ, ভুকু দিওঁ, কিল দিওঁ, ভুকু দিওঁ বৰ ঘৰৰ মেকুৰীটো সকা ঘৰলৈ যায়, চাকোন পেলাই পেলাই পয়ন্তাঁ ভাতগাল খায়। কাল ঐচ, কলি ঐচ ঘেকেচ্, ভাকুল কুল কুল……।" ভাকুল কুল কৰাৰ লগে লগে অমিয়াই খেল খেলকৈ হাঁহি-বলৈ ধৰিলে। পখিলা অলপ আগতে আহি প্ৰতিভা আৰু জীয়েক অমিয়াৰ এই ধেমালিৰ খেলা চাই আছিল। প্ৰতিভাই কিন্তু পখিলাক দেখিয়ো নেদেখা ভাও জুৰি জীয়েকৰ লগত খেলাতে বৰ ব্যস্ততাৰে লাগি থাকিল। ইপিনে হাতত কিবা খোৱাবস্তুৰ সৰু টোপোলা এটা আৰু একাপী মালভোগ কল লৈ বেণুধৰ বৰুৱাই গেট খুলি কম্পাউণ্ডৰ ভিতৰলৈ সোমাই আহে। প্ৰতিভাই দেখিয়েই—"আমি সৌৱা চা, মই কৈছিলো নহয় দেউতাই কল বিস্কুট আনিব থাবি, দেউতাৰ আহিছে যা"

অমিয়ে দেউতাকক দেখিয়েই লৰ মাৰি গৈ "দেউতা কল দে বিস্কুট দে" বুলি বাপেকক গৰাহ মাৰি ধৰে। বেণুধৰ বৰুৱায়ো সৰু টোপোলাটো আৰু কল আপী অমিয়াক দি তাইক কোলালৈ তুলি লয়। লগে লগে প্ৰতিভা গৈয়ো ওচৰ চাপে আৰু কয়—

"এই আজি বৰ আমনি কৰিছে।"

"কি কৰিছে।"

"ডালিয়াজোপাৰ ফুলবোৰ চিডি খাস্তাং কৰিছে"

"ভাল কৰিছে, সৰু ছোৱালী তাই, একো নেজানে, তুমিনো কি চাই আছিলা ?"

"সাত বছৰীয়া ছোৱালী, আপুনি এনেকৈ লেন দি দি শুচালে, মইনো কি কৰিব লাগে" প্ৰতিভাই আক্ষেপৰ সুৰত কয়।

"ভাল কৰিলা মাজনী, আজিৰ পৰা নিছিঙিবাঁ দেই" বেণুধৰে অমিয়াক মৰম কৰি কৰি ক'লে।

"তই এনেকৈ কল বিস্কুট আনি আনি দিলে নিচিঙো।"

"বাৰু মই সদায় আনি দি থাকিম, তুমি খাবাঁ দেই," এই বুলি বৰুৱাই অমিয়াক বাকলি গুচাই এটা কল খাবলৈ দিয়ে। প্ৰতিভাই তৃপ্তিৰ সুৰত এটা মিচিকিয়া হাঁহি মাৰি লগে লগে গৈ থাকে।

এনেকৈ দুয়ো আহি চ'ৰাৰ আগত থিয় হয়হি। বকৰাই তাতে বৈ থকা পখিলাক দেখি—"অ' বাই দেখোঁন,

কেতিয়া আহিলা আৰু কি লাগে ?"

"অলপ সময় হ'ল বোপা, একো নেলাগে, এনেয়েহে পাক এটা মাৰিলোঁ"—পখিলাই ক'লে।

"অ' বাই তুমি আজি যোৱা দেই, মোৰ কথা হ'বৰ সময় নাই"—প্ৰতিভাই পখিলাক ক'লে। স্বচ্ছল অৱস্থাৰ আনন্দৰ উৎসত হেঁতা-ওপৰা কৰিবৰ কাৰণে দুঃখীয়াৰ অধিকাৰ কি ? তাতে এতিয়া বেণুধৰ বকৰাৰ ওকালতিত প্ৰতিষ্ঠা হোৱাৰ পিচৰে পৰা প্ৰতিভাৰ স্বামীৰ প্ৰতি ভালপোৱাটো পূৰ্বৰ অভিমানৰ বেগেৰে সচেতন হৈ উঠিছে।

"এই মুখী ক'লৈ গ'ল ?"

"আছে, ভিতৰতে আছে"

"মাতাচোঁন, অমিক খেলনাবোৰ দি ইয়াতে খেলাওক"

"অ মুখী, এইপিনে আহচোঁন"

"গৈছোঁ", আইদেউ !

"গৈছোঁ, আইদেউ, নহয়, বেগাই আহ। দেউতাৰে কলিকতাৰ পৰা অনা সেই কাঠৰ ঘোঁৰাটোৰ ওপৰত অমিয়াক তুলি দি আমাৰ এইখিনিতে খেলাচোঁন" "বাৰু আইদেউ" এই বুলি মুখীয়ে অমিয়াক খেলাবলৈ লাগিল।

প্ৰতিভা আৰু বকৰাই অমিয়াৰ খেলা চাই তন্ময় হৈ ৰ'ল। এনেতে বাপুটীয়ে চাহ আনি টেবুলৰ ওপৰত দিলেহি। দুয়ো চাহ খাবলৈ আৰম্ভ কৰিলে আৰু মৰমতে বকৰাই তেওঁৰ হাতত তুলি লোৱা বিস্কুটৰ টুকুৰা এটা অমিয়াৰ হাততো দিয়ে। অমিয়াই দেউতাকে দিয়া বিস্কুটকণ হাতত লৈ সাউত কৰে মুখত ভৰাই এমোকোৰা কৰি খাই ঘোঁৰাটো খুব জোৰেৰে কচাজিবলৈ লাগিল। চাই চাই বেণুধৰ বকৰাই আনন্দত তন্ময় হৈ চাহত চোকা মাৰিবলৈকে পাহৰিলে আৰু হাঁহি হাঁহি কৈ উঠিল—"বাঃ বাঃ বাঃ মাজনী, তোমাৰ ঘোঁৰা দেখোঁন একেবাৰেই কদমত চলিছে, বেচ ! বেচ !!"

"মই ইমান জোৰেৰে ঘোঁৰা ছুটাব পাৰোঁ কোনেও নোৱাৰে, দেউতা"

"কোনেও নোৱাৰেতো, কোনে পাৰিব ?" এই বুলি কৈ চাবুকেৰে ঘোঁৰাৰ তপিনাত কোবাই দিলত ৰঙা আলুৰে দালিমৰ গুটি যেন দাঁত উলিয়াই উছৌ পোৱাৰ হাঁহি এটা অমিয়াই মাৰিলে। প্ৰতিভাই যেন মৰমতে থাকিব নোৱাৰি অমিক দাঙি লৈ আহি চুমা খাই খাই ৰঞ্জুৰ কোলাত বহুৱাই দিলেহি। ৰঞ্জুৱায়ো অমিক এটা চুমা খালে। যেনিবা এই চুমাতে দুয়োৰো ভাল পোৱাটো প্ৰতিফলিত হ'ল।

"আজি এই নিৰাবিল আনন্দৰ দিনে মনত পেলাই দিয়ে মোৰ সেই ছাত্ৰাৱস্থাৰ দিনবোৰলৈ যেতিয়া মই বৃত্তিৰ পইচা কেইটা আৰু দেউতাৰ সাহায্যৰ ওপৰতে নিৰ্ভৰ কৰি অনেক কষ্টৰ মাজেদি অনিশ্চয়তাৰ পৰা অনিশ্চয়তাৰ মাজলৈ বাট বুলিব লগা হৈছিল। ওকালতি জীৱনৰ আজিৰ এই কৃতকাৰ্য্যতাই আজি মনত পেলাই দিয়ে সেই প্ৰথমৰ সংগ্ৰামবোৰক।"

"সঁচাকৈয়ে আজি যদি ৺দেউতা জীৱিত থাকিলহেঁতেন, তেতিয়া হ'লে আমাৰ এই সুখৰ ভাগ লবলৈ পাই তেখেত কিমান সুখী হ'ল-হেঁতেন। অমিক কোলাত লৈ নিচুকাই কিমান আনন্দ পালেহেঁতেন। আপোনাৰ কৃতকাৰ্য্যতাৰ কাৰণে তেখেতে কম কৰা নাই!"—প্ৰতিভাই ক'লে।

"কম কৰা নাই মানে আজি মোৰ ঐশ্বৰ্য্যবিভূতিৰ সকলোৰে মূলতে আছে তেখেতৰ আশাশুধীয়া যত্ন!" —ৰঞ্জুৱাই ক'লে।

"মই যি মুহূৰ্ত্তে আপোনাক ওচৰত পাওঁ, তেতিয়াই মোৰ তেখেতলৈ মনত পৰে! তেখেতৰ শুশ্ৰূষা কৰিবলৈ নোপোৱাত যেন আমাৰ দাম্পত্য জীৱনৰ এটা অংশই বাকী ৰ'ল—এনেকুৱা এটা ভাবে সকলো সময়তে খুন্দিয়াই থাকে!"—আবেগৰ সুৰত প্ৰতিভাই কয়।

"সঁচাকৈয়ে কোৱাটোন, প্ৰতি! তোমাৰ দেউতালৈ মনত পৰেনে?" —ৰঞ্জুৱাই সোধে। "অকল মনত পৰাই নহয়, তেখেতক মোৰ বৰ আপোন আপোন লাগে। আপোনাৰ শৰীৰৰ আঁৰত, আপোনাৰ ছাঁত তেখেতৰ প্ৰতিচ্ছবি সদায়েই দেখিবলৈ পাওঁ"—প্ৰতিভাই উত্তৰ দিলে।

এনেকৈ আলচ কৰি গল্প গুজৰ কৰি থাকোতেই কনক শৰ্মাই বাহিৰৰ মাতি মাতি কাৰো মাত নেপাই ভিতৰলৈ সোমাই আহি একেবাৰেই ডাইনিং ৰুম পাজত ৰঞ্জুৱা আৰু প্ৰতিভা যেন চক্ খাই

উঠিল। কনক শৰ্মাক অহা দেখি প্ৰতিভা লাহে লাহে পাকঘৰৰ ফালে আঁতৰিল।

"কিহে আজি যে চাহৰ টেবুলত বহি গৃহিণীৰ সৈতে খুব বৈঠকী পাতিছানেকি ?" কনক শৰ্মাই সোধে।

"নাইহে, কি বৈঠকী পাতিবা। আজি অমিয়াই খুব ধোঁৱা ছুটাইছিল। তাকে চাই চাই আমাৰ খুব হাঁহি উঠিছিল।"—বৰুৱাই উত্তৰ দিলে।

"বাৎসল্য প্ৰেমৰ জৰিয়তে দাম্পত্য জীৱনৰ আনন্দ উপভোগ কৰাত মই ব্যাঘাত জন্মালোঁনেকি ?"

"নাই কি আনন্দ কৰিবাহে !"

"কেলেই আনন্দ কৰিবৰ কাৰণে তোমালোকৰ নাই কি ?" -কনক শৰ্মাই সোধে।

"হওঁতে ঁভগবানৰ কৃপাত সকলো আছে। আৰু তেনে অৰ্থত মই কথামাৰ কোৱাও নাই।"

"তেনেহ'লে কি অৰ্থ কৰিছা মই বুজাও নাই"

"মানে ধৰা আজি যদি ঁদেউতা জীৱিত থাকিলহেঁতেন, এই অমিক লৈ কিমান আনন্দ পালেহেঁতেন। আৰু দেউতাৰ অভাৱটো আজি আমাৰ প্ৰতিভাই বৰ বেছিকৈ অনুভৱ কৰিছে হেনো"—বৰুৱাই বহলাই ক'লে।

"হওঁতে কথাটো হয়, দাম্পত্য জীৱনৰ পৰিতৃপ্তি হয় আনুষঙ্গিক সকলোবোৰে বৰ্ত্তমানত বা পৰিপুষ্টি সাধনত।"

"তুমি কি কথাষাৰ কলা মই একো উৱাদিহ পোৱা নাই"—বৰুৱাই উকা মনেৰে ক'লে।

"মানে হৈছে তোমাৰ সকলোবোৰ বস্তুৰেই সন্নিধান প্ৰতিভাই বিচাৰে। অকল সন্নিধানেই নহয়, সেইবোৰে যেন পৰিপাটি আৰু পৰিপুষ্ট হৈ তোমালোকৰ জীৱনৰ পূৰ্ণতা প্ৰাপ্তিত সহায় কৰে এনে কথা"—কনক শৰ্মাই কয়।

'তেনেহ'লে মোৰ চাকৰ-বাকৰ আদিয়ে মোৰ গৃহিণীৰ অভিমান তুষ্ট কৰি আমাৰ সম্বন্ধটো অধিক গাঢ় কৰিছে ?"

"অভিমান থাকিলে সম্বন্ধটো গাঢ় হ'ব কেনেকৈ ? অৰ্থাৎ অভি-মানৰ যোগে নিজৰ ওপৰতে নজৰটো বেছিকৈ দিছে । নিজত্বটো বজাই ৰাখিবলৈ তোমাৰ আৰু তোমাৰ আপোন সকলোবোৰৰে এটা আৱশ্যকতা আছে ।"

এনেতে মুখীয়ে খোৱা বস্তু ৰখা ৰেক্‌ডালৰ ওপৰলৈ উঠিব খোজা পোহনীয়া মেকুৰীজনীক কিবা চিতিপনী এডালেৰে এচাত মাৰি খেদাই দিব খোজে । প্ৰতিভাই এই কথা দেখি উধাতু খাই আহি—"হে ! হে ! কি কৰ, কি কৰ, সেই মেকুৰীজনীক তেনে অত্যাচাৰ নকৰিবি, মোৰ বেয়া লাগে । দেউতাৰে কিমান কষ্ট কৰি তাইক আনিছে । ঘৰৰে ল'ৰা-ছোৱালী যেন লগা হৈছে"—এনেকৈ কৈ খলকলি তোলে ।

এই কথা শুনি কনক শৰ্মা আৰু বেণুধৰ বৰুৱাই গিৰিজনি মাৰি হাঁহিবলৈ ধৰিলে । প্ৰতিভাই কিন্তু কথাৰ আঁত একো ধৰিব নোৱাৰি সেমেনা সেমেনি কৰিবলৈ লাগিল । কনক শৰ্মাই এটা অবান্তৰ পৰিস্থিতিৰ হাত এৰাবলৈকে যেন কৈ উঠিল—

"নাই আপোনাৰ কথাত হঁহা নাই । আপুনি ভয় নেখাব ।"

"কি কথাতনো ইমান হাঁহিব বোল উঠিছে ?"—প্ৰতিভাই সোধে ।

"ধৰি লওক আমাৰ বৰুৱাই আজি ৰাজনীতিত যোগ দি কাইলৈ যেনিবা মন্ত্ৰীপদত অধিষ্ঠিত হ'ল, তেতিয়া আপোনাৰ মনৰ ভাৱ কেনেকুৱা হ'ব তাৰে আলোচনা বিলোচনা কৰিহে হাঁহি উঠিছে"—কনক শৰ্মাই ক'লে ।

"সেই লৈয়ে ইমান হাঁহিব খলকলি !"

"সঁচাকৈয়ে, প্ৰতিভা, মই ৰাজনীতিত যোগ দিম বুলিহে ভাবিছোঁ । ইমানদিনলৈকে আমাৰ ভৱিষ্যত সম্বন্ধে একো চয়-নিশ্চয় হোৱা নাছিল, গতিকে ওকালতিত মনপুতি থাকিবলগীয়া হৈছিল । এতিয়া অৱস্থা অলপ স্বচ্ছল হৈছে যেতিয়া মই অলপ মানসিক সকাহো পাইছোঁ, কাৰণ মৰোজ এতিয়া কোনো প্ৰচাৰ আদি নোহোৱাকৈয়ে আপোনা-আপুনি আহি আছে । ল'ৰালুৰি লৈ যদি এটা ডাঙৰ পৰিয়ালৰ কথা ভাবিব লাগিলহেঁতেন, তেতিয়াও কথা বেলেগ হ'লহেঁতেন । মোৰ মাত্ৰ এজনী ছোৱালী, তায়ো ডাঙৰ হৈ আহিছে । কোনোবা হোষ্টেলত থৈ দিলেই

তাইৰ পঢ়াশুনাৰ এটা বন্দবস্ত হৈ যাব। ইপিনে ৰাজনীতিত যোগ দিয়াৰ এয়ে উত্তম সুযোগ, কাৰণ দেশ এতিয়া স্বাধীন হৈছে। কোনোবা পাৰ্টিত যোগ দি অলপ দেশৰ হকে কাম কৰাৰ সুবিধালৈ মানুহৰ মাজত জনাজাত হ'ব পাৰিলে মানসিক তৃপ্তিয়ো কিছুদূৰ পোৱা যায়"—বৰুৱাই দীঘলীয়াকৈ পেলালে।

"কোন পাৰ্টিত যোগ দিবা বুলি ভাবিছা"—কনক শৰ্মাই সোধে।

"সংখ্যাগৰিষ্ঠ দলত যোগ দিলেহে মন্ত্ৰীসদাপৰ এটা হোৱাৰ আশা আছে"—প্ৰতিভাই কয়।

প্ৰতিভাৰ এই কথা শুনি বৰুৱা আৰু শৰ্মাই গিৰিজনি মাৰি হাঁহি দিলে।

"আগতে আমি কিয় হাঁহিছিলো এতিয়া বুজিলেনে ?" কনক শৰ্মাই সোধে।

"আমি মাইকী মানুহ, তাতে শিক্ষা-দীক্ষাও কম, নিজে কিবা এটা হ'ব পাৰিমনে ? ঘৰৰ মতা মানুহজন কিবা এটা হ'ব পাৰিলেই আমাৰ সন্তুষ্টি।"

"অকল সন্তুষ্টিয়েই নহয়, বুকু ওফন্দাই ভেম জুৰি জুৰি গা ঘেঁলাই খিতাপ দেখুৱাবও পাৰি"—কনক শৰ্মাই কয়।

প্ৰতিভাই ক'লে—"হয়েইতো, মাইকী মানুহৰ গিৰিয়েকৰ খিতাপেই খিতাপ, নিজৰ মৰ্য্যাদাৰ কাৰণেই গিৰিয়েকৰ আশ্ৰয়।"

"আৰু নিজক ভাল পোৱাৰ কাৰণেই গিৰিয়েকৰ ভাল পোৱা ?" শৰ্মাই লৰালৰিকৈ জোৰা লগাই দিলে।

প্ৰতিভাই আৰু হয় নহয় একো বাতচিত্ নকৰিলে। সঁচা কথাৰনো প্ৰতিবাদ কেনেকৈ কৰে ?

বৰুৱাৰ মনত কিন্তু কনক শৰ্মাই পৰিস্থিতি ৰক্ষা কৰিবলৈ দলিমাৰি দিয়া ৰাজনীতিত যোগ দিয়া কথাষাৰ বৰকৈ লাগিল। পতিকে তেওঁ আচল কথাটো তল পৰি যোৱাটো ভাল নেপালে। সেই কাৰণে তেওঁ নিজেই সেই কথাটো খুচৰি দিলে—

"কিহে, শৰ্মা, তুমি কিবা আজে বাজে কথাবোৰ পাই আছা। কোনোটোন ৰাজনীতিত যোগ দিওঁনে নিদিওঁ ?"

কনক শৰ্মাই ক'লে—"মযো সঁচাকৈছে কৈছোঁ। ৰাজনীতিত যোগ দিয়া। তোমাৰ নিচিনা কাৰ্য্যক্ষম আৰু চৰিত্ৰবান জনে ৰাজনীতি কৰিলে দেশৰো লাভ হ'ব।"

বৰুৱাই সুধিলে—"তেনেহ'লে কোন পাৰ্টিত যোগ দিওঁ ?"

"কেলেই তোমাৰ গৃহিণীয়ে কি বেয়া পৰামৰ্শ:টো দিলে ?" —ততাতৈয়াকৈ কনক শৰ্মাই ক'লে।

"তোমাছো সেয়ে মত নেকি ?"

"ওঁ, মোৰো সেয়ে মত, কাৰণ অন্য পাৰ্টিত যোগ দিলে সেৱাৰ থল ঠেক, গতিকে প্ৰকৃত যোগ্যতাও দেখুৱাব নোৱাৰাঁ, দেশৰো লাভ কম হয়"—কনক শৰ্মাই ক'লে।

"তেনেহ'লে তোমালোকে মোক যথাসাধ্য সাহায্য দিবা ?"

"সেইটো সুধিব লাগেনে ?"

"বাৰু তেনেহ'লে"—বৰুৱাই শলাগিলে ।

"বাৰু তেনেহ'লে! মানে ? এনেয়ে সহায় পাবানে ? তাহানি-সোঁন ৰজাৰ পৰামৰ্শদাতা বামুণ থকাদি, তুমি মন্ত্ৰী হ'লে মোক পৰামৰ্শদাতা হিচাপে ৰাখিবা।" —একো মন্তব্য নিদি বৰুৱাই মাথোন মিচিকিয়াই হাঁহিলে।

শৰ্মাই বৰুৱাক খাতিৰ কৰিবলৈ আৰম্ভ কৰা যেন দেখি প্ৰতিভাই এটা তৃপ্তিৰ ৰেঙনি মেলিলে।

( পাচ )

কাছাৰীত টিং টিং কৰি চাৰিটা বজাৰ লগে লগে হিন্দী হাইস্কুলতো চাৰিটাৰ ঘণ্টা বাজি উঠিল। লগে লগে স্কুলৰ শিক্ষকতা দিনটোৰ কাৰণে শেষ কৰি কনক শৰ্মাৰ লগত লৈ মোহন শইকীয়াও ওলাই আহিল। ঘৰলৈ বুলি ৰাওনা হৈ দুয়ো বাটে বাটে যাবলৈ ধৰিলে—। অলপ যেন ভাবি শইকীয়াই ক'লে—"হেৰা শৰ্মা, আঁহা একেলগে আমাৰ ঘৰলৈকে যাওঁহক। তাতে বহি মেজি চাহ ভাহ খাই অলপ গল্প-গুজৱ কৰোঁহক।"

"নাই নেযাওঁহে, পোন কোৱেই ঘৰলৈকে যাওঁ, কাৰণ চাহ খাই তোমাৰ ইয়াত মেলত বহিলে একেবাৰেই ৰাতি হৈ যাবগৈহে"

"হয় হ'ব, তুমি ঘৰত গৈনো কি হজটো কৰিবা ?"

"হজ নকৰিলেও সোনকালে যোৱাটো দৰ্কাৰ। সময়মতে ঘৰত সোমালে অনেক কামো হয়।"

"কাম হওক নহওক, গৃহিণীৰ পোন্দোৱা চকুৰ পৰা হাত সাৰিব পাৰি। লগে লগে সময়মতে ঘৰলৈ অহা ল'ৰাটিক যেতিয়া শৰ্মানীয়ে মিচিকিয়া হাঁহি মাৰি হাতীখুজীয়া বাটিত জলপান সজাই দি যি আলপৈচান ধৰিব, ল'ৰাৰ ডিল তেতিয়া একেবাৰেই শাঁত পৰি যাব নহয়। তাৰ পিচত আকৌ যেতিয়া বান বাটিত চাহ লৈ আঁৰিয়া ধৰিব, তেতিয়া ল'ৰা একেবাৰেই ৰাজকুমাৰ যেন হৈ পৰিব। সেই সুখটো আমাৰ ইয়াততো নোপোৱাঁ। যোৱা, যোৱা, ঘৰলৈকে যোৱা। তোমাৰ সুখত মই বাধা নিদিওঁ"– গহীনাই হাঁহি হাঁহি শইকীয়াই ক'লে।

"শৰ্মানীয়ে হাঁতীখুজীয়া বাটিত জলপান খুৱাব ? ভাল কথা কোৱাঁ। তেওঁ এতিয়া ক'ত আছেগৈ কোনে কয় ? অ'ত গোপিনী সবাহৰ নামতী, ত'ত গোপিনী সবাহৰ পুওতী, কি তৎ পাবা ? ইতিমধ্যে কেইটা সবাহ ভাঙিলে আৰু কেইটা আছে ফুট পোৱাই টান। কেতিয়াবা ইমান দূৰলৈ যাবলগীয়া হয় যে মই ৰাতি ৮।৯ টা বজাত চিউচনী কৰি ঘৰ পালেহিয়ো গৃহস্থনী নেপাওঁহি। এনেকৈয়ে গৃহস্থ-গৃহস্থনী দুয়ো কোনোৰকম ফন্দী পাতি চোকাভেজা দি ঘৰখন চলাই আছোঁ বুইচা ?"

"তেনেহ'লে উদং ঘৰখনলৈ গৈ কৰিবানো কি ? আহাঁ আমাৰ ঘৰতে অলপ বহি জুৰাই সতাই যাবা।" শইকীয়াই কয়।

"তুমি যি জৰপেৰ দি লাগিছা, কিবা এৰণ আছেনে ? বলা তেনেহ'লে যাওঁ। অলপ অচৰপ চাহ-তাহ তোমাৰ তাতে খাই যি বাহি হয় সিয়েই লাভ! বলা যাওঁ"—শৰ্মাই ক'লে।

"এবা, এবা, বলা, ভালো হ'ব, দিগদাৰিয়ো কমিব, ময়ো এজন লগৰীয়া অলপ সময়ৰ কাৰণে হ'লেও পালে ভাল পাম।"

"পাছে তুমিহে ভাল পাবা, ত'ত গৃহিণীয়ে বা কেনে পায় ? বাতিপুৱাৰ পৰা ইমান সময় দেখা নাই; এতিয়া অলপ অচৰপ

চেনেহেৰে কথা-বতৰা পাতিলেহেঁতেন, আলপৈচান ধৰিলেহেঁতেন, তাত মই গৈ কিয় হকাবধা কৰোঁগৈ !" শৰ্মাই ক'লে ।

"থোৱা থোৱা, তোমাৰ ফাজলামিথন ! আমাৰ গৃহিণীৰ মোৰ সৈতে চেনেহেৰে কথা পাতি লেন ধৰি ধৰি মোৰ আলপৈচানত লাগি থাকিবলৈ সময় ক'ত ? গোটেই ঘৰখনৰ কাম, তাঁতসূত বোৱাৰে পৰা গৰু-গাইৰ লেঠা মৰালৈকে সকলো কামতে লাগি থাকোঁতে অলপো ফুৰচেৎ নাপায়, বুজিছা ?"

"তেনেহ'লে মই গৈ তোমাৰ জেওাহে লগাম ?"

"কিহৰ জেওা ?"

"তোমাৰ গৃহিণীৰ এনেয়ে সময় নাই, তাতে তুমি লগত আলহী হৈ ওলালেগৈ তোমাক ভিতৰত কুকুৰে কাঁইট নোখোৱা কৰিব নহয় !"

"এ নহয়, তেনেকৈ কিয় কোৱা !"

"মই আকৌ তোমাৰ গৃহিণীক দোষাৰোপণ কৰা নাই, মুখ ও[illegible]দাই পেলালা দেখোন !"

"কি কেঁচুৱা ল'ৰাৰ দৰে ভেঙুচালি কৰাহে । বাদ দিয়া সেইবোৰ । আহাঁ আমি পোন কোবেই ঘৰলৈ নগৈ বজাৰৰ মাজেদি যাওঁহক"—শইকীয়াই ক'লে ।

"আওঁপাকে ঘৰলৈ যোৱাৰ সকাম ?"—শৰ্মাই সোধে ।

"তোমাৰ জাত মাৰিব লাগে"—শইকীয়াই ক'লে ।

"জাতি থাকিলেহে জাত মাৰিবা"— শৰ্মাই ক'লে ।

"মানে, যেকাৰীৰ পৰা অলপ অচৰপ কেক্ আদি নি তোমাৰ অভ্যৰ্থনা কৰিম বুলি ভাবিছোঁ ।"

"তোমাৰো কম দুঃসাহস নহয় । কত ভাওৰ মানুহৰ ঘৰত ভাত খাবলৈ উপযাচি আপবঢ়াতো জাত মাৰিবলৈ সাহস নকৰে, তুমি বৰ সাহস কৰিছা !"—শৰ্মাই ক'লে ।

"এৰা, হওঁতে হয়, বামুণ হ'লেও যে দুখীয়াক ভাওৰৰ দ্ৰইংৰূমত বা ডাইনিং টেবুলৰ কাষত বহিবলৈ দিব সেইটো নহয় !"

"সেই কাৰণেহে কলোঁ, জাত মৰিছে, জাতি উপজিছে !"

এনেকৈ দুয়োজন আহি আহি বজাৰৰ এখন বেকাৰীত সোমাই কেক বিস্কুট আদি কিবাকিবি অলপ কিনি লৈ শইকীয়াৰ ঘৰ পাওঁতে গধূলি হ'ল। মোহন শইকীয়াৰ পৰিবাৰ যোগমায়াই গৰু-গাই বান্ধি আতাইছে। শইকীয়া অহাৰ পন্থাৰ চৰি যোৱাত মনত এটা খুদুৱনিয়ো লাগি আছে। স্বামীৰ অনুপস্থিতিয়ে স্ত্ৰীৰ মনটো সদায় উকণ্ঠা কৰি ৰাখে। গতিকে শইকীয়ানীয়ে দুৱাৰ মুখত বৈ বাট চাই থাকোঁতে যে শইকীয়াহঁত গৈ পাইছে তাত আচৰিত হ'বলগীয়া একো নাই।

"শইকীয়াই এনেয়ে বেলিকৈ আহি আপোনাৰ জগৰ লগাইছে। তাতে আহিছে লগত এজন আলহী লৈ। আপোনাৰ চাপৈ তালুৰেদি ভমক্ ভমক্ মাৰিছে"—কনক শৰ্মাই সুপৰিচিত ধেমেলীয়া সুৰত আৰম্ভ কৰিলে।

"আপোনাৰ আৰু বয়স হৈ গৈছে মানে ফুৰ্তুৰিখনো বাঢ়িছে গৈছে।"—শইকীয়ানীয়ে কয়।

"হাতত যিহে বিহু লৈ আহিছে মনটো নাচিব লাগিছে নহয়।" —শৰ্মাই ক'লে।

"এনেকুৱা নাচনি আলহী আহিলে হওঁতে বেয়া নহয়"—শইকীয়ানীয়ে ভিতৰলৈ সোমাই যাওঁতে মন্তব্য কৰিলে।

"নাচিবলৈ জানো ঢোলদগৰ আছে ?"

"ঢোলদগৰ থাকিলে সকলোৱেই নাচে, কিন্তু ঢোলদগৰ নোহোৱাকৈ নাচিব খোজা নাচনিহে লাগে।" শইকীয়াই কাপোৰ সলাই থাকোঁতে ভিতৰৰ পৰা মাত দিয়ে।

"তোমাৰ কথাবোৰ কিবা মই নুবুজাহে হৈ গৈছোঁ"—কনক শৰ্মাই কয়।

"উস্! তুমি কথা নুবুজাহে হৈ গৈছা। মানে আমাৰ নিচিনা চোকোনা পণ্ডিতৰ ঘৰলৈ ক'ৰ অতিথি আহিবহে ? খোৱা-লোৱাৰ সামগ্ৰী থাকিলেহে অতিথিৰ সমাগম হয়। তোমাৰ অৱস্থা টনকিয়াল হ'লে দেখিবা ঘৰত হোৱাই নোহোৱাই মানুহৰ পয়োভৰত কুঁতাৰৰ নাজ খুৱাৰ নোৱাৰা হৈছে।"

"হোৱাই নোহোৱাই মানুহৰ ভিৰ হৈ থাকিলে লাভ কি? নগৰীয়া ভাল ভদ্ৰ দুজন এজন আহিলেহে অলপ ভাল লাগে আৰু ফয়দাও হয়"—কনক শৰ্মাই মন্তব্য কৰে।

"নগৰীয়া ভাল ভদ্ৰ মানুহ ইমান অকৰা পাইছানে যে এনেয়ে কোনো লাভৰ আশা নোহোৱাকৈয়ে আমাৰ নিচিনা দুখীয়া মানুহৰ ঘৰৰ দুৱাৰত খুন্দিয়াই থাকিব?"

এইদৰে কৈ পেলাই শইকীয়া অলপ সময়ৰ কাৰণে নিমাত হৈ ৰ'ল। ইপিনে শইকীয়ানীয়ে কাঁহি এখনতে দুফালে দুভাগ কৰি বিস্কুট, কেক্ আদি আনি মাজতে টিপয়ৰ ওপৰত থৈ চাহ আনিবলৈ বুলি ভিতৰ সোমাল। শইকীয়াও আহি চকী এখন টান মাৰি বহিলহি। শইকীয়ানীয়ে চাহ দুবাটি লৈ আকৌ আহি টিপয়ৰ ওপৰতে ৰাখিলে। দুয়ো খাবলৈ আৰম্ভ কৰিলে। শইকীয়াই যেন ভাবি ভাবি আগৰ কথা-বতৰাৰ ওপৰত মন্তব্য কৰিলে—"নগৰীয়া ভাল ভদ্ৰ বুলি যে কৈছোঁ আজিকালি ভালভদ্ৰ মানে পোছাক পৰিচ্ছদত ভদ্ৰ, মুখৰ মাতত মিঠাকিয়া হাঁহিৰে সৈতে ভদ্ৰ। সঁচাসচিকৈ সৎ আৰু ভিতৰুৱা ভাৱে ভালভদ্ৰ মানুহ নগৰত আছে জানোঁ? মই দেখাত ক'তো নাই। সকলোৰে ভিতৰি ভিতৰি কেৰোণ। কোনোজনক দেখিবা যোগান বিভাগৰ পৰা গাৰ্মিট লৈ ক'লা বজাৰত মাল বিক্ৰী কৰিছে, কোনোজনৰ দৰ্মহা মাহেকত দেখিবা আশী টকাহে, আছে চাহাব থকাদি……"

"চাহাব থকাদি থকাই নহয়, সেই সকলক সমাজে চাহাবো বোলে।" কনক শৰ্মাই কৈ উঠে।

"সমাজে যি বোলে বোলক, মোৰ এনে মানুহৰ প্ৰতি অন্তৰৰ পৰা ঘৃণা হয়। এই কাৰণে মই কাৰো লগত আজিকালি তাল মিলাই চলিব নোখোজোঁ।"

"দুঃখীয়া পণ্ডিত তোমাৰ তালনো কোন পাত আছে যে মিলাবা। মিলাব খুজিলেও দেখিবা যে সেই দস্যু তথাকথিত ভাওৰ মানুহবিলাক তোমাৰ পৰা আঁতৰিহে গৈছে। তুমি কি কোৱা নোকোৱা সেই লৈ সমাজে অপেক্ষা কৰি নেথাকে। সমাজেতো সিহঁতক বয়কট কৰা নাই। বৰং আকোৱালি লৈ বৰ দিবা পাৰি দি নোৱাই শুৱাই দখা আদৰা দি আদৰিহে লৈছে।"—কনক শৰ্মাই জোৰেৰে ক'লে।

"সমাজে যি কৰে কৰক মই কিন্তু তেনে মানুহক প্ৰশ্ৰয় দিব নোখোজো। পাপক প্ৰশ্ৰয় দিয়াও পাপ"—শইকীয়ায়ো আবেগেৰে ক'লে।

"মই বুজিছোঁ তুমি কি কৈছা, যি পুখুৰীত পানী নোখোৱা, তাৰ পাৰতো ভৰি নিদিয়া। পিচে তুমি এটা কথা পাহৰি গৈছা"

"কি কথা ?"—শইকীয়াই সোধে ।

"সেই সকলৰ ঘৰতে তুমি টিউচনী কৰি ঘূৰি পেট প্ৰবৰ্ত্তাইছা আৰু সেই সকলেই আমাৰ স্কুলৰ গভৰ্নিং বডীৰ মেম্বাৰ আৰু আমাৰ ভাগ্যৰ হৰ্ত্তা-কৰ্ত্তা-বিধাতা। মোটতে শইকীয়া এটা কথা নেপাহৰিবা—পৃথিবী এৰি পাও ক'তো দিব নোৱাৰা।"

"তেনেহ'লে তুমি ক'ব খোজা যে নৈতিকতা ক'তো নাই"

"নাই বা আছে মই একো কোৱা নাই। কিন্তু তাৰ অস্তিত্ব অনুভৱ কৰাৰ সুবিধা নাই যেতিয়া দেশ চাই ভেশ ধৰাই ভাল।"

শইকীয়ানীয়ে চাহ দি ওচৰতে থিয় হৈ এওঁবিলাক দুয়োৰো কথা শুনি আছিল। তেওঁ শৰ্মাৰ এনে কথাবোৰ শুনি বৰ ভাল পালে যে অবুজন শইকীয়াক আজি বুজাবলৈ এজন ভাল মানুহ ওলাইছে। গতিকে তেৱোঁ লগতে কৈ উঠিল—"এৰাতো, যি সবাহৰ যি চাপৰি সেই চাপৰি মাৰিবই লাগিব আৰু তাৰ লগতে খোজো মিলাব লাগিব।"

"খোজ মিলাবলৈ যোৱাটো মহা বিপদজনক কথা। কাউৰী ম'ৰা হ'বলৈ যাওঁতে কি দুৰৱস্থা হৈছিল জানাই দেখোঁন।"

"সেইটো সদায় সঁচা নহয়। কুমাৰণীৰ বাহত পৰি পইতাঁ-চোৰাণীয়ো কুমাৰণী হ'ব পাৰে যেতিয়া তুমিনো তোমাৰ স্বভাৱটো সলাব নোৱাৰিবানে ? অন্ততঃ সলাব নোৱাৰিলেও সলোৱাৰ ভাও দিব পাৰিবা।" —কনক শৰ্মাই ক'লে।

"ভাও দিয়াৰে বা দৰ্কাৰ কি ? নিজৰ কাম ঠিকমতে কৰি অন্তৰ যদি পবিত্ৰ ৰাখিব পৰা হয়, তাৰ পৰা যি শান্তি পোৱা যায় তাৰ সমান পবিত্ৰ আৰু কি হ'ব পাৰে ?"

"অকল পবিত্ৰভাবে পেট নভৰে বুইছা। আৰু যে শান্তিৰ কথা কৈছা, সেইটো তোমাৰ ব্যক্তিগত কথা। তোমাৰ শান্তিৰ পৰা যদি তোমাৰ পৰিয়ালৰ কষ্ট হয়, তোমাৰ শান্তিয়েই বা থাকিল ক'ত আৰু তাৰ মূল্যই বা কিমান ?"

"সেইটো অৱশ্যে হয়! তোমাৰ সৰলতা আৰু দাৰিদ্ৰ্যৰ সুবিধা লৈ অইনে তোমাক হিংসা কৰিব, তোমাৰ নানা কুৎসা ৰতনা কৰিব, সেইবোৰে যেতিয়া তোমাক স্পৰ্শ কৰিব, তেতিয়া তোমাৰ শান্তিয়েই নেথাকে। সেই বুলি যে সাংসাৰিক কিছুমান নীচামিৰ ওপৰ উঠিবলৈ চেষ্টা নকৰিবা সেইটোৰ সপক্ষে মই কেতিয়াও মত দিব নোৱাৰোঁ।"— শইকীয়াই গহীন মাতেৰে ক'লে।

"কথাবোৰ কিবা আদৰ্শবাদ হিচাপেহে কৈছা। তাৰ ব্যৱহাৰিক ফালে তুমি একেবাৰেই পিঠি দিলা। যেতিয়া তুমি যিটোক নীচামি বুলিছা, নাইবা আগেয়ে সচৰাচৰ নীচামি বোলা হৈছিল, সেইটোক যদি এতিয়া সমাজে উচ্চ বুলি জ্ঞান কৰে, তুমি তাক নুই কৰিবা কেনেকৈ?"

"তুমি কোৱা কথাটো সঁচা হ'ব যেতিয়া এটা কথাৰ মূল্যাঙ্কন কৰা যায়, যেতিয়া বস্তুৰ নিৰূপিত মূল্যৰ সলনি হয়। সেইটো এটা দৃষ্টিভঙ্গীৰ কথা। যুগে যুগে দৃষ্টিভঙ্গী বদলি হৈ আছে, সেই দৃষ্টি-ভঙ্গীৰ লগে লগে মূল্যাঙ্কনৰ সলনি হৈছে আৰু তাৰ লগে লগে সমাজো আগবাঢ়ি গৈছে—এই, সকলোবোৰ মই স্বীকাৰ কৰোঁ। কিন্তু সেইবুলি কিছুমান সমাজবিৰোধী কথাক মই গুণ বুলি ধৰি লোৱাৰ কোনো মাপকাঠি নেদেখোঁ"—শইকীয়াই ক'লে।

"সমাজ বিৰোধী বুলি তুমি কোৱা কথাখাৰো ভাবি চাব লাগিব। আমি এতিয়া আমাৰ সমাজত দৃষ্টিভঙ্গীৰ যি মানদণ্ড লৈছোঁ, সেই মানদণ্ড হয়তো অন্য সমাজে গ্ৰহণ নকৰিবও পাৰে। সমাজভেদে মূল্যৰো বদলি হয়।"

"যিটো চিৰসত্য সি সদায়েই সত্য, সত্যৰ স্বৰূপটো মাত্ৰ লুকাই থাকিব পাৰে; সমাজভেদে অসত্য কেনেকৈ হ'ব?"—শইকীয়াই সোধে।

"ধৰি লোৱা উদাহৰণ স্বৰূপে জাতিভেদৰ কথা। জাতিভেদৰ উৎপত্তি হয় কৰ্মৰ যোগ্যতা অনুসৰি। পিচত সি একোটা জাতত পৰিণত হ'ল। যিটোক এসময়ত কৰ্মৰ নৈপুণ্য অনুসৰি সুবিধা কৰি শ্ৰেণী হিচাপে ধৰা হৈছিল পিছত তাকে একোটা একোটা জাত বা সম্প্ৰদায় হিচাপে কট্‌কটীয়াকৈ ধৰি লোৱা হ'ল"—শৰ্মাই উত্তৰ দিলে।

শইকীয়াই তপৰাই মাত দিলে—"সেইটো এটা সমাজে কৰা ভুলহে যি আচল সত্যটো লুকাই ৰাখিলে"

সকলোৰে ভুলটোকে সত্য বুলি মানি ল'লে, সিয়েই সত্য, তুমি আজি নীতিৰ ষিবোৰ ব্যাখ্যা দিছা আৰু যিবোৰ নীতিৰে চলিব খুজিছা সেইবোৰ তেনেকৈ আছে ক'ত? কেউফালে দেখিবা কৃষ্টিৰ কথা, ক'লাৰ কথা, সাহিত্যৰ কথা আৰু এইবোৰ লৈয়ে কৃষ্টিসংঘ, সাহিত্য চ'ৰা, ক'লা-কেন্দ্ৰ ইত্যাদি নানান গঠিত হ'ব লাগিছে। সেইবোৰতে চলিছে কৃষ্টিৰ নামত হোৱাই নোহোৱাই নাচবাগ, সাহিত্যৰ নামত দুটা এটা নগ্ন প্ৰেমৰ গল্প, কোনেও নুবুজা ছন্দ তন্দ নাইকিয়া কিবা বোলে আধুনিক কবিতা আৰু ক'লাৰ নামত ফটোগ্ৰাফী।

"কেলেই এই কৃষ্টি সংঘবিলাকত দেখুৱা বিভিন্ন লোকগীত আৰু লোক নৃত্যাদিৰ কোনো কৃষ্টিমূলক মান নাই নেকি? এই-বিলাক অসমীয়া তথা ভাৰতীয় কৃষ্টিৰ অন্তৰ্ভুক্ত নহয় নেকি?" —শইকীয়াই সোধে।

"মইনো কেতিয়া তেনেকৈ ক'লো? মই বুজো যে এইবিলাক সকলোবোৰেই ভাৰতীয় কৃষ্টিৰ অঙ্গ। আৰু এই সকলোবিলাককে চালি-জাৰি চাইচিতি গোটাই ভাৰতীয় কৃষ্টিক এটা নতুন সমগ্ৰ ৰূপ দিব লাগিব। আপৰ স্থিতিশীল মামৰে ধৰা কৃষ্টিক নতুনৰ জগত খাপ খুৱাই এটা বোঁৱতী সৃষ্টি কৰিব লাগিব। কিন্তু সেইবুলি বিভিন্ন লোকগীতি আৰু লোক নৃত্যবোৰ তেনেকৈ মাত্ৰ দেখুৱাই থাকিলে ভেদৰ ওপৰতেহে জোৰ দিয়া হয়। ইয়াৰ চৰম লক্ষ্য ঐক্যৰ সন্ধান পোৱা নেযাব আৰু পালেও তল পৰে। গতিকে কিবা জাগৰণ হ'লেও সাম্প্ৰ-দায়িক জাগৰণ হৈ পৰে, কাৰণ আমাৰ চৈতন্যটোক সাম্প্ৰদায়িক কৰি গঢ় দিবৰ কাৰণেই যেন ভুল চেষ্টা কৰা হৈছে। ইপিনে ইয়াৰে সুবিধা লৈ প্ৰত্যেক সম্প্ৰদায়তে নেতা গঢ়ি উঠিছে। কাৰণ সাম্প্ৰদায়িক চৈতন্যৰ গুণত ভাল ধৰিব পাৰিলেই স্বাৰ্থ সিদ্ধি হয়। যুগটো হৈছে গণতন্ত্ৰৰ। এনেকৈ বিভেদ বাঢ়ি গৈছে। আকৌ ক'লাকেন্দ্ৰ, কৃষ্টি সংঘবোৰ হৈছে ক'লা নুবুজা, কৃষ্টি নাইকিয়া নতুনকৈ গঢ়ি উঠা এটা ধনী সম্প্ৰদায়ৰ আড্ডা। অইন কৰিব নোৱাৰিলেও অন্ততঃ কিছুমান টকা থকা মানুহে নানা খেলৰ প্ৰতিষ্ঠানবোৰকে দখল কৰি সমাজৰ আগত ঠাই পাইছে। আচল খেলুৱৈবোৰ ক'ৰবাতে আছে। এইবোৰ হৈছে বৰ্তমান জগতৰ সোঁত। এই সোঁতত ভেটা দিবলৈ যোৱাটো হ'ব ভুল। এই ভুল শুধৰাবলৈ গৈ তুমি আৰু এটা ভুল কৰিব

নোৱাৰোঁ। কাৰণ তেনে কৰিবলৈ গ'লে তুমি উচ্ছন্ন হ'ব লাগিব। ধৰি লোৱা যুক্তিৰ কাৰণে তোমাৰ উচ্ছন্ন হ'বৰ অধিকাৰ আছে, কিন্তু তোমাৰ পৰিয়ালক উচ্ছন্ন কৰিবৰ কি অধিকাৰ আছে ?"—কনক শৰ্মাই যেন দোষাৰোপণত অতিষ্ঠ হৈ আৱেগৰ সুৰত উত্তৰ দিয়ে।

শইকীয়াই ক'লে—"মই নীতি আৰু দুৰ্নীতিৰ মাজত আপোচ নিবিচাৰোঁ।"

এনে এজন দুজন বলৱান চৰিত্ৰৰ মানুহৰ কাৰণে সমাজ তিষ্ঠি থাকে। "আপুনি এনেকৈ বলিয়ালিখন কৰি কৰি আপুনিয়ো মৰিব আৰু আনকো মাৰিব"—শইকীয়ানীয়ে তপৰাই মাত লগালে।

"সেইয়া চোৱাঁ, তোমাৰ ভুলটো ক'ত ! তুমি যদি এটা নীতিত বিশ্বাস ৰাখা, সেই নীতিতে অন্ততঃ তোমাৰ গৃহিণীৰো বিশ্বাস ওপজাই তুমি তেওঁকো চলাই নৈ যাব লাগিব। তোমাৰ নীতিৰ বা পন্থাৰ যদি এজনো শিষ্য নেথাকে তাৰ অৰ্থ কি ? তাৰ মানে তাৰ অসাৰ্থকতা। গতিকে সেইবোৰ এৰি পেলাই এটা বাস্তৱিক পন্থা সুবিধা পালে লোৱা। মই হ'লে পালে আজিয়েই তেনে সুবিধা গ্ৰহণ কৰিম।"

"হেৰা, বহুত টকানো কেলেইছে ? মই শিক্ষকতা কৰি যি দুপইচা পাইছোঁ, তাৰেই ল'ৰাটোৰ পঢ়া খৰচ দি আছোঁ, আৰু টিউচনী কৰি যি অলপ পাওঁ তাৰেই আমাৰ ঘৰুৱা খৰচ চলি আছে। প্ৰাণী মাত্ৰ দুটাহে এতিয়া ঘৰত আছোঁহক।"

"তথাপিতো দুই চাৰি পইচা হাতত জমা লাগে, তেতিয়াহে ল'ৰাক মানুহ কৰিব পাৰি বুজিছা। টকা যাৰে আছে তেওঁৰেই বিদেশলৈ পঠিয়াই শিক্ষা দি ল'ৰা ভাল কৰি আনিছে। তাত কিমান সুবিধা আছে। ছয় মাহমান থাকিলেই এটা এম-এ ডিগ্ৰী, ৪ বছৰমান ডিপ্লোমা আৰু ডক্তৰেটো লৈ আহিব পাৰি। আমাৰ ইয়াত ইমান সুবিধা ক'ত আছে।" কনক শৰ্মাই সোধে।

"ডিগ্ৰীবোৰ থাকিলে অৱশ্যে চাকৰি পোৱাত সুবিধা হয়। পিচে ডিগ্ৰীয়ে মানুহ কৰিব নোৱাৰে।"—শইকীয়াই উত্তৰ দিলে।

"চাকৰি পালেই টকা হ'ব, টকা হ'লেই মানুহ হ'ব। তোমাৰ ল'ৰাটোক ওকালতিত দিম বুলিছা। পিচে হাতত অলপ টকা নহ'লে ওকালতি কেনেকৈ কৰিব ?"

"থোৱা থোৱা, আমাৰে সহপাঠী বেণুধৰে কিবা এসোপা টকা হাতত লৈ ওকালতি আৰম্ভ কৰিছিলনে কি ?"

"টকা নহ'লেও বেণুৰ বাপেকৰ বহুত মাটিবাৰী আছিল। তাৰ উৎপাদনৰ পৰাই বাপেক দণ্ডিৰামে বেণুক অনেক সামগ্ৰীৰ যোগান ধৰি আছিল। লগতে তেওঁৰ পৰিবাৰেও কম কষ্ট কৰা নাই; সেই কাৰণেহে টিকিব পাৰিলে।"

"এতিয়াও আমাৰো তেনেকৈয়ে হ'ব। মই লাগিলে দুটা এটা টিউচনী বেছিকৈ কৰিম। আৰু এওঁ লাগিলে অলপ তাঁতসূতৰ কাৰবাৰকে কৰিব।"

"তেনেকৈ কৰি অৱশ্যে বেণু টিকিব পাৰিলে, কাৰণ তেতিয়া দিনবিলাক বেলেগ আছিল। বস্তু-বাহানি ইমান সস্তা আছিল যে তেতিয়াৰ এটা টকাৰ মূল্য এতিয়াৰ দহোটা টকাৰ।" কনক শৰ্মাই টিপ্পনী দিলে।

"এতিয়া তেনেহ'লে দহগুণ পৰিশ্ৰম কৰিব লাগিব।"—শইকীয়াই ক'লে।

"গোটেই জনমটো কষ্ট কৰোঁতেই গ'ল, ভাবিছিলোঁ ল'ৰা ডাঙৰ হ'লে অলপ সুখ হ'ব। পিচে ঢেকী স্বৰ্গলৈ গ'লেও ধান বানিব লাগিব"—যোগমায়াই ক'লে।

"কেলেই ল'ৰাই ওকালতিত নাম কৰিলে তোমাৰ দেখোন সুখ হ'ব। বেণুধৰ বৰুৱাৰ ঘৈণীয়েকে এসময়ত কিমান কষ্ট কৰিছিল। পিছত ওকালতিত খ্যাতি হ'লত এতিয়া প্ৰতিভাৰ কিমান সুখ।" শইকীয়াই ঘৈণীয়েকক বুজায়।

"বোলোঁ মোমাই মৰিব ভুতে পাব; ল'ৰাই ওকালতিত দুই-হাতে টকা ঘটি মাকক সুখ দিয়ালৈ মাকৰ হাড়ত বন গজিব।"

"হাড়ত বন গজিলেও গজিব, তথাপিতো জীয়াই থকালৈকে ল'ৰাৰ সুখৰ কাৰণে কিবা এটা কৰা দৰ্কাৰ" শইকীয়াই ক'লে।

"ল'ৰাৰ সুখৰ কাৰণে কৰা দৰ্কাৰতো। ল'ৰাৰ সুখ হ'ব বুলি ঠাৱৰকৈ জানিলে কৰিবও পাৰি। কিন্তু তাকে হোৱাৰ চৰ-নিশ্চয় একো নাই। আৰু হ'লেও যদি চকুৰে দেখিবলৈ নেপাওঁ, তাৰ যদি

সুখৰ ভাগ নেপাও, ল'ৰাৰ ভাল হোৱা নোহোৱা একে কথা"—শইকীয়ানীয়ে ক'লে। "তেনেহ'লে আপোনাৰ ল'ৰাক আপুনি মৰম নকৰেনে কি?"—কনক শৰ্মাই সোধে।

"মৰম নকৰিম কিয়? মৰম কৰোঁ বুলিয়েইটো তাৰ সুখটো চকুৰে চাই যাবলৈ বিচাৰোঁ।"

"চকুৰে দেখি আপুনি আপোনাৰ মনতে তৃপ্তি পোৱাটোহে বিচাৰে?"

"আপুনি কি কৈছে মই কথাষাৰৰ আওভাও পোৱা নাই।"—শইকীয়ানীয়ে ক'লে।

"তেওঁ কৈছে যে ল'ৰাৰ সুখৰ পৰা ল'ৰাৰ কিবা ফয়দা হওক নহওক তুমি এটা ফয়দা কৰিব পাৰিলেহে ক্ষান্ত থাকিবা"—শইকীয়াই টিপ্পনী দিলে।

"নহ'লে মোৰ তাক সৰুৰেপৰা মৰম কৰি তুলিতালি ডাঙৰ কৰাৰ কি অৰ্থ হ'ল?"—শইকীয়ানীয়ে সুধিলে।

"তেনেহ'লে আপোনাৰ দেখিছোঁ ল'ৰাতকৈ আপোনাৰ নিজৰ প্ৰতি ভাল পোৱাটো বেছি"—কনক শৰ্মাই ক'লে।

"ল'ৰা-ছোৱালী সদায় নিজৰ কাৰণেহে। ল'ৰা-ছোৱালীৰ কাৰণে ল'ৰা-ছোৱালী নহয়"—শইকীয়ানীয়ে ক'লে।

"তেনেহ'লে আপুনি আপোনাৰ ল'ৰাটোক মৰিবলৈ এৰি দি নিজকে বচাবলৈ চেষ্টা কৰিবনে কি?"—কনক শৰ্মাই সোধে।

"বিপদৰ সময়ত মৰিবলৈ সাত শত্ৰু হ'লেও কোনেও কাকো এৰি দিব নোৱাৰে। পানীত পৰা মানুহক বচাবলৈ গৈ পানীত পৰি নাইবা ঘৰত জুই লাগি কেউফালে জুইয়ে ঘেৰি ধৰাত মৰিবলগীয়া মানুহক বচাবলৈ গৈ জুইত পৰি মানুহ মৰি থাকে। সেইবুলিয়েই সেই মানুহবোৰে নিজতকৈ সেই বচাবলৈ যোৱা মানুহজনক বেছি ভাল পায়নে? মাকৰো তেনে কথা"—শইকীয়ানীয়ে গহীনাই ক'লে।

"মাকৰ কথা মাকেহে জানে। পিচে আপোনাৰ এই কথা সকলো মাকে স্বীকাৰ কৰিবনে নকৰে ক'ব নোৱাৰোঁ" —কনক শৰ্মাই শইকীয়ানীৰ কথাত যেন প্ৰত্যয় নগৈ প্ৰতিবাদৰ সৰত ক'লে।

"সকলো মাকৰে একে কথা। তাকে যেনিবা কিছুমানে লুকুৱাই থয় কেনেবাকৈ নিজকে বৰ স্বাৰ্থপৰ বুলি মানুহে ভাবে বুলি। পিচে তেনে মাকবো যদি, "ভগবানে নকৰক, এটি ল'ৰা চুকায়, তেতিয়া বিলাপ কৰা শুনিব—আই ঐ মোৰ প্ৰাণ! কলৈ গলি? তাৰ পৰাই বুজা যায় যে নিজৰ প্ৰাণতকৈ ল'ৰা ডাঙৰ নহয়, এতিয়া বুজিলেনে" বুলি শইকীয়ানীয়ে সুধিলে।

"হেৰ'া বাপেকিটো, কথাটো সঁচানে? তুমি দেখোন একো নেমাতাহে। তোমাৰ গৃহিনীয়ে মোক একেবাৰেই জব্দ কৰি দিলে!" কনক শৰ্মাই ঠোটমোট চেলেকি শইকীয়াক সম্বোধন কৰিলে।

"তেখেতে একো মাতিব নোৱাৰে। মাতিবলৈকো একো নাই!"

"কেলেই?"—কনক শৰ্মাই সুধিলে।

"কাৰণ তেখেতৰ কাৰ্য্যয়ো মই কোৱা কথাকে প্ৰমাণ কৰে!"

"কেনেকৈ?"

"গোটেই ল'ৰা-ছোৱালী তথা পৰিয়ালো যদি অন্নৰ অভাৱত মৰি যায়, তেতিয়াও তেখেতে স্বনীতি ত্যাগ নকৰে। তাৰ মানে তেখেতৰ অহঙ্কাৰটো ল'ৰা-ছোৱালী সকলোৰে ওপৰত; অৰ্থাৎ ল'ৰা-ছোৱালীৰ কাৰণে নিজত্বটো ত্যাগ কৰিব নোৱাৰে"

"আপুনি দেখিছোঁ যুক্তি তৰ্কত বহুতো পঢ়া-শুনা মানুহকো চেৰ পেলাব" শৰ্মাই ক'লে।

"কেউপিনে চকুৰে দেখা ঘটনা বৰ্ণাবলৈ নাইবা সঁচা কথা কবলৈ আওঁৰোৱা যুক্তিতৰ্ক নেলাগে"—লাহেকৈ শইকীয়ানীয়ে ক'লে।

"তেনেহ'লে তুমি এতিয়া কি ক'ব খোজা?"—শইকীয়াই সোধে।

"মই কোৱাবোৰ কথালৈ জানো আপুনি কাণসাৰ কৰিব? মই ক'বলৈ হ'লে বিপিনক ওকালতিত নিদি এটা চাকৰিত সুমাই দিয়ক"—শইকীয়ানীয়ে উত্তৰ দিলে।

"তেতিয়া কি উপকাৰ হ'ব?"

"তেতিয়া কি উপকাৰ হ'ব? কথাবোৰ যে সোধে। চাকৰি পালে এটা নিয়মীয়া উপাৰ্জনো হ'ব, চাকৰ নাকবো পাব। আমাৰ চিন্তাতো কিছু সকাহ পাব!"—শইকীয়ানীয়ে ক'লে।

"চাকৰিৰ উপাৰ্জ্জনেৰে আজিকালি ঘৰ চলাই টান, সি তাৰ ভৱিষ্যত চাকৰিৰ টকাৰে কেনেকৈ গঢ়িব ? তাতে আকৌ সি যিটো চাকৰি পাব তাৰে পেট ভাতেই যে চলিব তাৰ কোনো আশা নাই"

"দুই চাৰি পইচাৰতো বাহিৰা হাত থাকিবই !" শইকীয়ানীয়ে ক'লে ।

"এতিয়া দেশ স্বাধীন হ'ল, বুইছা, বাহিৰা পইচা খোৱাৰ দিন গ'ল, সকলোৰে চকু গজি উঠিল"

"খোৱাই তাতে খাই থাকিব, চকু দিয়ে কোনে, ৰাজহুৱা কথা ?"—শইকীয়ানীয়ে ক'লে।

"তেনেকৈ অসৎ পথৰ পইচাই নোজোৰে বুইছা ! জুৰিলেও ভৱিষ্যতে বেয়া থাকে। পাপৰ ধন পৰাচিতত যায়।"

"আজিকালি ঘোৰ কলিকাল ! তাত পাপ পুণ্যৰ কি বিচাৰ আছে ! পাপেই পুণ্য, পুণ্যই পাপ। আপুনি কোৱাৰ দৰে হোৱাহেঁতেন, সেই দুবলীয়া হাজৰিকাৰ ঘৰ কেতিয়াবাই উচান হ'ব লাগিছিল। উচান হওক চাৰি দোপত দোপে ওপৰলৈহে উঠিছে। তাতে এতিয়া সিহঁতৰ বাপ টেক্সৰ ইন্‌স্পেক্টৰ হোৱাত, ঘৰত দুটা চাকৰ। দুয়োটা গৱৰ্ণমেণ্টে দিছে বোলে। হাজৰিকানীয়ে এতিয়া লগত এটা আঁৰিয়া লৈহে বাহিৰলৈ ওলায়। ইপিনে এতিয়া তেওঁবিলাকৰ ঘৰলৈ মূৰত মথুৰা পাগ মাৰি মাৰি অহা বেপাৰীয়ে গুৰিপকৱাৰ লানি যেন হৈছে। এইবোৰ দেখিলে আমাৰ বুকু হুমহুমাই যায় নহয় ।"—শইকীয়ানীয়ে ক'লে ।

"তুমি এনে বাজে কথাবোৰ ভাবি নিজে অশান্তি ভুগিব লাগিছাঁ আৰু কৈ কৈ মোকো অশান্তিত পেলাইছ !"—শইকীয়াই প্ৰতিবাদ কৰিলে।

"নক'ম বা নেভাবিম কিয় ? সকলে পৰা ল'ৰা তুলি তালি ভাওৰ কৰিলোঁ ভাবিছিলোঁ ইয়াৰ পৰাই সুখৰ মুখ দেখিম আৰু সুখৰ কল্পনা কৰিয়েই ল'ৰাটোক বৰ ভাল পাইছিলোঁ, এতিয়া দেখিছোঁ সকলো আশা-ভাৰসা হ'ল—হাঁ ! হাঁ ! কেৱেলা দৰ্ভা"

"হেঁৰা শইকীয়া ! কথা ভালেই শুনিছোঁ। বিপিনক কিবা এটা চাকৰিত সুমাই দিয়া, দৰ্মহাৰ উপৰিয়ো দুপইচা চাৰি পইচা পাব, ধনী মানুহৰ ছোৱালী বিয়া কৰাবও পাৰিব আৰু বোৱাৰীয়েৰাক কৈ

গোটেই চাহাবমেম সাজি সাজি জেপাই জেপাই ঘূৰি ফুৰিব। মাকে আঁতৰৰ পৰা শুনিয়েই মনত বৰ বং পাব নহয়" — কনক শৰ্মাই ক'লে

শৰ্মাই এনেদৰে কোৱাৰ লগে লগে শইকীয়াই মিচিকিয়াই হাঁহিলে; শইকীয়ানীৰ চকুত কিন্তু আচল কথাটো এতিয়াহে ধৰা পৰিল। আৰু সুধিলে —"কেলেই এই চাকৰিবোৰত একে জেপাতে থাকিব নোৱাৰে নেকি ?"

"দিব দিব, তোমার ল'ৰাক নগাৰ্তে চাকৰি দিব আৰু নগাৰ্ৰ ঘৰতে সদায় ৰাখিব। ইয়ালৈ কিমানজন হাকিম আহিছে গৈছে তোমাৰ চকুৰ আগতে দেখি আহুঁা দেখোন !" — শইকীয়াই ক'লে।

"তেনেহ'লে বিপিনক ওকালতিতে নাম লগাই দিয়া বেয়া নহয়" — শইকীয়ানীয়ে কৈ উঠিল। শৰ্মা আৰু শইকীয়াই খিলখিলনি মাৰি হাঁহি দিলে।

কনক শৰ্মাই আৰম্ভ কৰিলে— "পিচে ওকালতিত নাম লগাই দিব অধাই মধাই নোৱাৰি নহয়। আৰু তিনিবছৰ পঢ়ি ওকালতি পাচ কৰিব লাগিব। এতিয়াও বি. এ. পৰীক্ষা দিবলৈ আৰু দুমাহ বাকী আছে। মোটামুটিকৈ আৰু চাৰি বছৰৰ পিচতহে উকীল হ'বহি পাৰিব।"

"লাগে, লাগিব চাৰিবছৰ। তথাপি ওকালতি কৰাই ভাল হ'ব। তেতিয়া অন্ততঃ ল'ৰাটো ঘৰতে থাকিলে মনটো ভাল লাগিব।"

"ল'ৰাটো ঘৰতে থাকিলে অইন নহ'লেও বোৱাৰী বা'ৰলৈ সুবিধা হ'ব"- কনক শৰ্মাই লগাই দিয়ে।

"বোৱাৰীয়েই বায়নে বোৱাৰীকে বাওঁ কি ঠিক আছে। আজিকালিৰ ল'ৰা তিৰোতাৰ বশ। গোটেই মৰম তাইকে ঢালি দি মাক-বাপেকক পাহৰি যায়"— শইকীয়ানীয়ে উত্তৰ দিয়ে।

"নিজৰ কথাটো লৈ ইমান ব্যস্ত হ'ব নেলাগেচোঁন। এতিয়া ল'ৰাক ওকালতিত টিকিব পৰা কৰকচোঁন" — কনক শৰ্মাই ক'লে।

"মই হ'লে ল'ৰাই আমাক খুৱাব, আমাক সুখত ৰাখিব, বোৱাৰীয়ে আমাৰ আলপৈচান ধৰিব,— এইবোৰ কথা সমূলি ভবা নাই। মাত্ৰ তাৰ কেনেকৈ উন্নতি হয় সেইটোকেহে ভাবিছোঁ।"—শইকীয়াই কয়।

"সেইটোকেহে ভাবিবলগীয়া কথা। তিনিবছৰ পঢ়োৱাৰ উপৰিও ওকালতিত স্বাবলম্বী হ'বলৈ অলপ দিন লাগিব। এইদৰেই কেবাবছৰৰো কথা ভাবিব লাগিব" —শৰ্মাই ক'লে।

"ভাবি ভাবিনো কথাৰ কিমান ওৰ পাবা। ভাবিবলৈ বহুত সময় পাম। এতিয়াৰে পৰা কিমান ভাবিবা? ইতিমধ্যে বা কি আছে ভাগ্যত"

"কথাটো হয়, নাজানি দৈৱৰ গতি। পিচে সেই বুলিয়েই সকলো কথা দৈৱৰ হাতত এৰি দি হাত সাবটি বহি থাকিবানে? বিপদ আছে বুলিয়েই সাৱধানে চলিবা। কথাতে কয়—আগতৰি চাইহে পিচ ভৰি দাঙিবা।"—শৰ্মাই সাৱধানবাণী শুনালে।

"সেইদৰে কেইখোজ কাঢ়িবা, বাটহে ৰিমান দূৰ! মই ভাবোঁতে আইনৰ পৰীক্ষা কেইটা যদি পাচ কৰিব পাৰে তেতিয়াহ'লে পেট-ভাত মোকলোৱা কোনো কথা নহয়"—শইকীয়াই ক'লে।

"সেইটো পুৰা সত্য। অইন কৰিব নোৱাৰিলে অন্ততঃ দুখন এখন গোলাৰ হিচাপ আদি যদি চাই দিয়ে তাৰেই পেট প্ৰবৰ্তাই থাকিব পাৰিব। তেনে যদি দুখন এখন ফাৰ্মৰ Retainer হয়, তেতিয়াও অন্ততঃ আমাৰ মাষ্টৰীৰ টকাতকৈ বেছি টকা পাব!"

"মই অৱশ্যে এই বিষয়ে বিশেষ একো ভবা নাই! কাৰণ ল'ৰাই আইন পৰীক্ষা পাচ কৰি ওকালতিত ধৰিব তাৰ কাৰণে বহুত দিন আছে। গতিকে তেতিয়া সি কেনেকৈ উপাৰ্জ্জন কৰি চলিব সেইটো ভাবিবলৈকো বহুত সময় আছে। বোলোঁ আহক ৰাৰিষা কাটক পাত বৈ ৰা ভিনিহি খাই ৰা ভাত। তথাপিতো তুমি কোৱা কথাৰ মই অনুমোদন কৰিব নোৱাৰিলোঁ। কাৰণ কোনো দোকানীৰ হিচাব-পত্ৰ কৰা মানে দুৰ্নীতিক প্ৰশ্ৰয় দিয়া। তেওঁবিলাকৰ হিচাপ দুবিধৰ থাকে, এবিধ খাঁতি আৰু আনবিধ নকলী। তেনে দোকানৰ ৰিটেইনাৰ হোৱা মানে কেনেকৈ জিধি কোন আইনত পেলাই টেক্স আদিৰ হাত সাৰিব পাৰে তাৰ বুধি দিয়া আৰু কেতিয়াবা হাত সাৰিব নোৱাৰি ধৰা পৰিলে বচাবলৈ চেষ্টা কৰা। তেনে দুৰ্নীতিত হাত দিয়ে ওকালতিত নামো নহয়। তেনেকৈ দুপইচা চাৰিপইচা উপাৰ্জ্জন কৰাতকৈ মাষ্টৰী কৰাই ভাল।"—শইকীয়াই কয়

"জানো তুমি কি কথাবোৰ কোৱাঁ ! উকীলো হ'ব ধৰ্মভো থাকিব !" —শৰ্মাই আক্ষেপ কৰে ।

"উস্ ! তোমাৰ যে ধাৰণাবোৰ ! উকীল মানেই ফাঁকিফুকা দি কাক ক'ত সকৰাব পাৰি চেষ্টা কৰি টকা ঘটা মানুহনে কি ?"

"তেনেই তেনে নহ'লেও পুৰাপুৰি ধাৰ্মিকো নহয় !"—শৰ্মাই তাকি মাৰে ।

"আৰু আন ব্যৱসায় কৰা বাকী সকলো মানুহৰ প্ৰত্যেকেই ধৰ্মৰাজ যুধিষ্ঠিৰ ?" —শইকীয়াই সোধে ।

"মইনো তেনেকৈ উকীলৰ বাদে সকলোবোৰ ধৰ্মৰ অৱতাৰ বুলি কেতিয়া ক'লোঁ । মই কবলৈ বিচাৰিছোঁ যে তেওঁলোকে য'তে টকা পোৱাৰ আশা দেখে, তাতেই উঠি পৰি লাগে"—কনক শৰ্মাই কয় ।

"সেইটো তুমি ভুল কৈছাঁ । কাৰণ উকীলৰ মাজতো মই বহুতকে নীতি মানি চলা দেখিছোঁ । বহুত টকা পায়ো মিছা মোকৰ্দ্দমা ঘূৰাই দিছে—এনে মানুহো আছে । এনে মানুহেই সাধাৰণতে আইনৰ কথাবোৰকে ঘাটি থাকি বুদ্ধিজীৱিৰ চৰম পৰ্য্যায় পাইছেগৈ । এই কাৰণে উকীলৰ মাজত অগাধ পণ্ডিত আছে । এই সকলে সমাজৰ শীৰ্ষস্থান অধিকাৰ কৰি আহিছে আৰু দেশৰো মুখ উজ্জ্বল কৰিছে । মোৰ একান্ত ইচ্ছা যে আমাৰ বিপিনেও এনেকৈয়ে ওকালতি কৰিব আৰু আমাৰ বংশৰ নাম উজলাব । উকীল নাম লৈ সি যদি দুৰ্নীতিৰ যোগে টকা উপাৰ্জ্জন কৰি আঢ্যৱন্ত হ'ব খোজে, মই যেন তেনে কথা নিজ চকুৰে দেখি যাবলৈ নেপাওঁ ।"—শইকীয়াই জোৰ দি কয় ।

"তেনেহ'লে তুমি তাক এটা ভাল সংস্থান দিব লাগিব, যাতে সি ওকালতিৰ প্ৰথম অৱস্থাত ভাত কাপোৰৰ চিন্তা কৰিব নেলাগে"—কনক শৰ্মাই যোৱনি মাৰে ।

( ছয় )

এনেকৈ দিনবিলাক বাগৰিবলৈ ধৰিলে । চাওঁতে চাওঁতে দুটা মাহ শেষ হৈ আহিল । ইয়াৰ দহদিন মানৰ পিচত এখন চিঠি শইকীয়াৰ হাতত পৰিলহি । চিঠিখন খুলি চাই শইকীয়াই পঢ়িবলৈ ধৰিলে—

শ্ৰীযুত দেউতা

পদ্মে সেৱা গ্ৰহণ কৰিব। বৰ্ত্তমান ভগৱানৰ কৃপাত আৰু আপোনালোকৰ আশীৰ্ব্বাদত মোৰ একপ্ৰকাৰ ভাল। আশাকৰোঁ আপোনালোকৰো মঙ্গল।

আমাৰ পৰীক্ষা যোৱা ৩১ মাৰ্চৰ পৰা আৰম্ভ হৈছে। সকলোবিলাক বিষয় শেষ হৈ গৈছে। মাত্ৰ ইক'নমিকচ্ হে বাকী আছে। এপ্ৰিলৰ এঘাৰ আৰু বাৰ তাৰিখে সিয়ো শেষ হৈ যাব। গতিকে মই বিহুৰ আগে আগে ঘৰলৈ যাবগৈ পাৰিম। বিশেষ একো নাই। মোৰ সকলো খা-খবৰ শ্ৰীযুতা মাকো দিব। ইতি

আপোনাৰ মৰমৰ
শ্ৰীবিপিন

চিঠিখন পঢ়িয়েই "হেৰা, বিপিনৰ মাক, বিপিনৰ মাকহে, বিপিনে এখন চিঠি দিছেহে" বুলি চিঞৰি চিঞৰি যোগমায়াক মাতিবলৈ ধৰিলে। যোগমায়ায়ো বিপিনৰ চিঠিৰ কথা শুনিয়েই উধাতু খাই আহিল আৰু সুধিলে—"কি লিখিছে, তাৰ ভালনে ?"

শইকীয়াই ক'লে –"তাৰ ভাল, পৰীক্ষা প্ৰায় শেষ হৈ গৈছে, এটাহে বাকী আছে। বিহুৰ আগে আগে সিয়ো শেষ হৈ যাব। গতিকে বিহুত আহি সি ঘৰ পাবহি পাৰিব। এইখন চিঠি পঢ়ি চোৱা।" এইবুলি কৈ শইকীয়াই চিঠিখন যোগমায়াৰ হাতলৈ দিলে। যোগমায়াই পঢ়ি চাই এটা তৃপ্তিৰ মিচিকিয়া হাঁহি মাৰিলে।

এনেকৈ কেইদিনমান গ'ল। বিহুলৈ মাত্ৰ দুদিন বাকী। আবেলি দুটামান বজাত এখন বিক্সা আহি শইকীয়াৰ ঘৰৰ আগত ৰ'লহি। লাহে লাহে বিক্সাৱালাই মালবস্তুবোৰ মুখৰ কোঠাতে থলেহি। লগতে বিপিনো আহি ঘৰৰ বাৰান্দাত থিয় দিলে আৰু বিক্সাৱালাক বিদায় দি ভিতৰলৈ সোমাই যাব খুজিছে। ইপিনে বিক্সাৰ বেল বজোৱা শুনি পাকঘৰত কিবা কামত লাগি থকা শইকীয়ানীয়েও লৰালৰিকৈ কামৰ ওৰ পেলাই ওলাই আহিল আৰু বিপিন ভিতৰলৈ সোমাই যাব খোঁজোতেই বাহিৰৰ কোঠাত থিয় দিলেহি। বিপিনে মাকক দেখি

"মা তোৰ ভালনে ?"

"ভাল বেয়ানো কি বোপাই ? তোৰ তেওঁ পা ভাল ? কোনো দিগ্‌দাৰী নোহোৱাকৈ পৰীক্ষাটো দিব পাৰিলি ?"

"কোনো মস্কিল নোহোৱাকৈ পৰীক্ষাটো দিলোঁ।"

"ভাল হৈছেনে ?"

"ভাল হৈছে, পাচ কৰিব লাগে।"

"বাৰু ভাল হৈছে, যি হ'ল হ'ল। এতিয়া তই হাত মুখ ধুই ল', মই চাহ অকণমান কৰোঁগৈ। তোৰ মুখখন একেবাৰে শুকাই আছিছে ; চাহ-তাহ এটোপা খাই অলপ সত্ত ল"— মাকে ক'লে।

বিপিনেও ভিতৰলৈ সোমাই গৈ পানী আৰু গামোচা আনি মুখহাত ধুই ল'লে। ইতিমধ্যে মাকেও চাহ-জলপান পাকঘৰতে সজাই দি পিৰা এখন পাৰি বিপিনক বহিবলৈ দিলে। বিপিনেও বহি চাহ খাই খাই মাকক সুধিলে– "মা দেউতা এতিয়া আহিবৰ হোৱা নাই নেকি ?"

"চাৰিটা বাজিলেহে আহিব পাৰিব। কেতিয়াবা একেবাৰেই ৰাতি ৯টা মান বজাতহে ওলায়হি"—মাকে ক'লে।

"কলৈ যায় ?"

"বাহিৰে বাহিৰে টিউচন কৰিহে আহিব। কত যোৰাকোপা মাৰি তোক পঢ়াইছে বোপাই !"

"এতিয়া মোৰ পঢ়া শেষ হ'ল যেতিয়া দেউতাৰ কষ্টৰ অন্ত হ'ব কিজানি !" বিপিনে ক'লে।

"ক'ত অন্ত হ'ব। তোক বোলে আৰো তিনিবছৰৰ কাৰণে ওকালতি পঢ়াব"

"বৰ কষ্ট হ'ব। ইমান কষ্টত আৰো তিনিবছৰ কেনেকৈ টানিব ?"

"ময়ো তাকে কৈছিলোঁ বোপাই। পাচে দেউতাৰাই নেমানে"

"চাকৰি-বাকৰি এটা কৰিব পাৰিলেহে সুবিধা হয়, অন্ততঃ তহঁতৰ কষ্টটো কমিব"

"কোনোপধ্যেই দেউতাৰাক বুজাব নোৱাৰিলোঁ"

"বাৰু মই ক'লে মানিব, মোৰ ইচ্ছাৰ বিৰুদ্ধে দেউতাই জোৰ নকৰে"—বিপিনে ক'লে।

"তহঁতে যি কৰ কৰিবি, মোৰ ক'বলগীয়া একো নাই"—যোগমায়াই কয়।

"বাৰু সেইবোৰ যি হয় হ'ব। আমাৰ ৰিজাল্ট ওলাবলৈকো বহুত দিন আছে। সময়ত ভাবিব পৰা যাব। এতিয়া মই ৰাস্তাই ৰাস্তাই অলপ পাক এটা মাৰি আহোঁছোন।"

"ইমান কষ্ট মষ্ট কৰি আহিছ, অলপ জিৰাই সতাই ক'লৈ যা যাবি"—মাকে বাধা দিলে।

"নেলাগে মা, মই এনেয়ে কলঙৰ পাৰে পাৰে ৰাস্তাইদি ঘূৰি হে আহিম; দেউতা অহালৈ মই ঘৰ পামহি"—বিপিনে ক'লে।

"অমিয়াহঁতৰ ঘৰ নোসোমাবি; তাত সোমালেই তোৰ বহুত বেলি হয়"—মাকে ক'লে। আগেয়েও এনেকৈ কলেজৰ পৰা আহি বিপিন অমিয়াহঁতৰ ঘৰলৈ গৈছিল। আৰু তাতে বহি অমিয়াৰ সৈতে নানা গল্পগুজৱ কৰি থাকি কেতিয়াবা কেতিয়াবা ৰাতি ৮টা, ৯টা মান বাজিলেহে ঘৰলৈ ওভটিছিল। এই কাৰণেই আজি মাকে বিপিনক সোনকালে ঘূৰি আহিবলৈ সাৱধান বাণী শুনাইছিল। এনেয়ে এটি মাত্র সন্তান, তাকো বহুতদিনৰ মূৰত ঘৰলৈ আহিছে। তেনেস্থলত প্ৰথম দিনাই বহুত ৰাতিলৈকে বাহিৰে বাহিৰে ঘূৰি ফুৰাটো মাকৰ কেনেকৈ সহ্য হয়!

"নোসোমাও বাৰু! সোমালেও মাত লগায়েই লৰালৰিকৈ গুছি আহিম!" এইবুলি বিপিনে মাকক সমিধান দি ঘৰৰ পৰা ওলাই যায়। সময় প্ৰায় চাৰে তিনিটামান বাজিছে। লাহে লাহে বিপিনে কলঙৰ পাৰৰ বাটে বাটে যাবলৈ ধৰিলে। চ'তৰ শেহত বৰষুণৰ পানী পৰাত যেন কলঙৰ পাৰৰ চাপৰিবোৰে গা পা ধুই নতুন পোছাক পিন্ধি বিহুৰ কাৰণে উলহ-মালহ লগাইছে। ট্ৰাঙ্কৰোডৰ দাঁতিৰ ভাওৰ ভাওৰ আহত গছবোৰে নতুন কুঁহিপাতেৰে বসন্তৰ আগমনিৰ জাননী দিছে। কুলি-কেতেকীয়ে সেই গছবোৰৰ পৰা যেন কুউউ কুউউ মাতেৰে নতুন বছৰৰ নিবেদন কৰিছে। দূৰত একোজোপা পলাশে ফুলৰ থোপাৰে প্ৰকৃতিক ৰঙা ৰঙেৰে যেন বোলাই পেলাইছে। মনত বহা

সেই ৰঙা ৰঙৰ সাঁচে যেন আজি বিপিনৰ কাৰণে গোটেই জগত ৰঙীণ কৰি পেলালে।

বিপিনেতো আগেয়েও এই বাটেৰেই অমিয়াহঁতৰ ঘৰলৈ গৈ থাকে। কিন্তু আজি এটা পৰিবৰ্ত্তনে মনৰ সকলো ভাব অধিকাৰ কৰি পেলালে? সেই গছ-গছনি, সেই ৰাস্তা আৰু সেই কলঙেই বিপিনৰ মন যেন এটা নতুন ভাৱেৰে প্লাৱিত কৰিলে। সেই ভাবৰ স্বভাব কি বিপিনে কিন্তু একো বুজিব নোৱাৰিলে। বিপিনে ভাবি ভাবি যেন মনতে কৈ উঠিল—"অমিয়াজনী ইমান ধুনীয়া, তাইক ইমান ভাল লাগে! আজি প্ৰায় এবছৰৰ আগতে দেখা পোৱা; তেতিয়া তাইৰ ছোৱালীকালৰ চঞ্চল অৱস্থাটোৱে ইমান মনত আনন্দ দিয়ে। এতিয়া তাই চাগৈ যৌবনৰ দুৱাৰ দলিত ভৰি দি অভিনৱ কমনীয়তা ধাৰণ কৰিছে। এইবাৰ মেট্ৰিক পৰীক্ষা শেষ কৰি পঢ়াৰ চিন্তাৰ পৰা সকাহ পোৱাৰ কাৰণে শৰীৰৰ গঢ় সুঠাম মনোহৰ হৈ উঠিছে। সদায় আহি গৈ থকা কলঙৰ পাৰৰ এই বাটকণ কিয় ইমান দীঘল যেন লাগিছে। মই আজি অমিয়াৰ ঘৰ গৈ নেপাওঁনে কি?"

যৌবনৰ উদ্যাম চঞ্চলতাৰ কাৰণেই বিপিনৰ যে আজি এই চিৰ পৰিচিত চমু ৰাস্তাকণ অতি দীঘল যেন লাগিল তাত আচৰিত কি? একেখন জগতেই মানুহৰ অৱস্থাৰ ভেদে বিভিন্ন ৰতৰা আনি দিয়ে। জীৱনৰ স্তৰৰ ভেদে একেটা বস্তুৱেই বেলেগ সন্ধানৰ সমল যোগায়।

সেই কাৰণেই বিপিনে আজি অমিয়াক নতুন দৃষ্টিৰে দেখিলে।

এনেকৈ গৈ গৈ বিপিন অমিয়াহঁতৰ ঘৰৰ গেটৰ ওচৰত থিয় দিলে। মনে মনে ভাবিবলৈ ধৰিলে গেট খুলি সোমাই যাব নে নেযায়। অলপ সময় ভমকা মাৰি ৰ'ল আৰু নিজে নিজে প্ৰশ্ন কৰিলে— "অমিয়াৰ ঘৰত চিনাকিটোত মোৰ পক্ষে নতুনত্ব একো নাই। অমিয়া আৰু মোৰ মাজত চিঠিৰ আদান-প্ৰদান আগৰেপৰা আছে। কিন্তু আজি ইমান সন্দেহে, ইমান ভয়ে মনটোক অধিকাৰ কৰি পেলালে? আজি মই কিবা নতুন কাম কৰিবলৈ ওলাইছোঁনে কি? চোৰৰ দৰে মনটো কঁপি উঠিছে কিয়?"

"গেটৰ আগত এনেকৈ উজুপুজুকৈ থাকিলে মানুহে মোক কিবাহে ভাবিব" বুলি মৰসাহ দি গেটখন খুলি বিপিন অমিয়াহঁতৰ

ঘৰলৈ সোমাই গ'ল। সময় প্ৰায় চাৰিটামান বাজিছে। অমিয়া আৰু অমিয়াৰ মাকে ভিতৰ চোতালত পাকঘৰৰ আগত থিয় দি বাপুটীৰ চাহ কৰা হৈছেনে নাই হোৱা চাই আছে।

বিপিন লাহে লাহে গৈ আগফালৰ বাৰান্দাত থিয় দিলে। কেউফালে তইনত কৰি চাই কাকো ক'তো নেদেখাত মনৰ সন্দেহটো যেন দৃঢ়হে হ'ল। শঙ্কাত মন কঁপি উঠিল কিজানি বিপিনক দেখি অমিয়াহঁত ভিতৰ সোমাল। মনৰ অন্তৰালত থকা অজানিত উদ্দেশ্য বিলাকে বিৰূপ মানসিক প্ৰক্ৰিয়াৰ ঢৌ খেলে। গতিকে বিপিনে ভাবিবলৈ ধৰিলে ভিতৰ সোমাবনে উলটি যাব।

মনত যেন অশেষ বল বান্ধি আগবঢ়াৰেই বিপিন ভিতৰ সোমাল। আৰু একেবাৰেই পাকঘৰৰ ওচৰ পালেগৈ। ভৰিৰ শব্দত কোনোবা আহিছে বুলি বুজিব পাৰি অমিয়া আৰু অমিয়াৰ মাক প্ৰতিভাই উলটি চালে। দেখিলে বিপিন আহি পাচফালৰ বাৰান্দাত উপস্থিত হৈছেহি।

বিপিনক দেখি অমিয়াই সাউত কৰে যেন উলাহতে আহি বিপিনৰ আগত আগবঢ়াৰেই হাঁহি মুখে থিয় দিলে। আৰু কৈ উঠিল—"বিপিন ককাইদেউ, কেতিয়া আহিলে? পৰীক্ষা হৈ গ'লনে?"

লগে লগে প্ৰতিভায়ো মন্তব্য কৰিলে—"বোধকৰোঁ, তুমি আজি আহি পালাহি।" বিপিনৰ মনে যেন এতিয়াহে স্বস্তি বোধ কৰিলে। ইমান পৰে ই এনেয়ে যেন এটা সন্দেহৰ বোজা কঢ়িয়াই ভাৰাক্ৰান্ত হৈ আছিল। বিপিনে নিজৰ ভুলটো বুজিব পাৰি নিজকে নিজে ধিক্কাৰ দিলে। কিবা অসৎ অভিপ্ৰায় নিজৰ মনতে আছিল নেকি বিপিনৰ ভাবি চাবলৈ সময় নহ'ল। নিজকে চম্ভালিলে যেন সন্দেহৰ কোনো কাৰণ ওলাই নপৰে আৰু উত্তৰ দিলে—"এৰা, মই আজিহে আহি পালোঁ। আপোনালোকৰ ভালনে?"

"আছোঁইক কোনো ৰকমে, তোমাৰ ভাল বোধকৰোঁ, কোনো দিগদাৰী নোহোৱাকৈ পৰীক্ষাটো দিব পাৰিলানে? পৰীক্ষা কেনেকুৱা হ'ল?"—প্ৰতিভাই গহীনাই থুলমুল ভাবে কথা কেইটা সুধিলে।

"আপোনালোকৰ আশীৰ্বাদত পৰীক্ষাটো কোনো দিগদাৰী নোহোৱাকৈ দিলোঁ। সিমান বেয়া হোৱা নাই, পাচ কৰিব লাগে" —বিপিনে লাহে লাহে ক'লে।

বিপিনে পাচ কৰিব এই কথাষাৰে প্ৰতিভাৰ কাণত থহৰ থহৰ কৰি মাৰিলে। গতিকে তেওঁ যেন বিৰক্তিৰ ভাৱত ইফালে মুখ ঘূৰালে।

"অ' বিপিন ককাইদেউ, বিপিন ককাইদেউ, আপুনি এইবাৰ বি. এ. পৰীক্ষা পাচ কৰিলে আমাক ভালকৈ মিঠাই খুৱাব লাগিব" —অমিয়াই হাঁহি হাঁহি বিপিনক ক'য়।

"বাৰু, বাৰু। বৰবাচোঁন, আগে পাচ কৰি লওঁ। পাচ কৰিলে পিচে পৰে মিঠাই নেলাগে কত কি খাবাঁ" —বিপিনে উত্তৰ দিয়ে।

"বাৰু বাৰু বুজিছোঁ। পিচত পাচ কাৰ ল'লে খুৱাব পাইছোঁ। মানুহক দেখা পাবলৈকে নাইকিয়া হ'ব" —অমিয়াই ক'লে।

"কেলেই, ক'লৈ যাম ?"

"ক'লৈকো নেযায়। পাচে যিহে গপত ওফন্দি পৰিব, ওচৰ চাপিবলৈকে ভয় হ'ব। মিঠাই খুউৱাৰ কথা কোৱা পিচ !" —অমিয়াই ক'লে।

"থোৱাঁ থোৱাঁ, বি. এ. পাচ কৰিলেই ইমান ডাঙৰ মানুহ নহয় যে মই গপতে ওফন্দি ফুৰিম আৰু তোমাৰ নিচিনা সকলে মোক মাতিবলৈ ভয় কৰিব"—বিপিনে ক'লে।

"বাৰু দেখিলেহে লেখিম" তিতকাৰী দি অমিয়াই কয়।

"পাচে তোমাৰ পৰীক্ষানো কেনে হ'ল ?" বিপিনে সোধে।

"মোৰ পৰীক্ষানো কি ! ফেইল !"

"অ' তাৰ মা:নে বুজাইছা যে মই ফেইল কৰিম। হয়ো দেও আমাৰ নিচিনা গাধা মানুহে ক'ত পাচ কৰিব পাৰিব !"

"আপুনি যদি গাধা, মই তেনেহ'লে আৰু গাধী"—অমিয়াই হাঁহি হাঁহি ক'য়।

"বাৰু সেইবোৰ ফাজলামি কৰিব নেলাগে। পাচ কৰিলে আমাক কি খুৱাবাঁ কোৱাঁ"।

"চানাচুৰ"

'চানা চুৰ কৰিবলৈ মই কৃষ্ণ নেকি ?"

প্ৰতিভাই কিন্তু অমিয়া আৰু বিপিনৰ মাজত এনেদৰে মিলা-প্ৰীতিৰ ভাব ভাল নেপালে। গতিকে কায়দা কৰি যেন ভিতৰলৈ পঠিয়াব খুজি ক'লে "যা যা ডাঙৰ মানুহৰ লগত এনেকৈ খিকিন্দালিখন মাৰি থাকিব নেলাগে। পাকঘৰৰ ভিতৰলৈ যা আৰু বাপুটীয়ে কি চাহ কৰিছে চাগৈচোন! হৈছে যদি অকণমান বিপিন ককাইদেৰেৰক আনি দেহি"

এনেকৈ ক'লত অমিয়া পাকঘৰৰ ভিতৰ সোমাল।

"আহাঁ বিপিন, ভিতৰলৈকে যাওঁহক" এইবুলি প্ৰতিভা আৰু বিপিন দুয়ো গৈ ডাইনিং ৰূমৰ চকীতে বহিলগৈ।

বাহিৰত গৰপ্ গৰপ্ কৰি জোতাৰ শব্দ শুনা গ'ল। প্ৰতিভাই চাই দেখে যে অমিয়াৰ দেউতাক কাছাৰীৰ পৰা আহিছে। বেণুধৰ বৰুৱাক দেখি বিপিনো থিয় হৈ অলপ আগবাঢ়ি গ'ল। বিপিনক দেখি বৰুৱাই সুধিলে—"কিহেঁ, বিপিন, গুৱাহাটীৰ পৰা কেতিয়া আহিলা ?"

"আজিহে আহি পাইছোঁ, দদাইদেউ" বিপিনে উত্তৰ দিলে।

মোহন শইকীয়াৰ সহপাঠী আৰু সমসাময়িক হ'লেও বেণুধৰ বৰুৱা শইকীয়াতকৈ অলপ বয়সত সৰু। সেইকাৰণে বিপিনে আগৰে পৰা বেণুধৰ বৰুৱাক দদাইদেউ বুলিছিল। আজিয়ো তেনেদৰেই নিঃসঙ্কোচে সম্বোধন কৰিলে।

"পৰীক্ষা কেনেকুৱা হ'ল ?" বৰুৱাই সোধে।

"বৰ বেয়া হোৱা নাই"—বিপিনে উত্তৰ দিলে।

"বাৰু ভাল কথা।" তুমিনো এনেকৈ থিয় দিলা কিয় ? যোৱা তাতে বহাঁগৈ। মই হাতমুখ ধুই গৈছোঁ।" এই বুলি কৈ বৰুৱাই চাকৰে যোগাই থোৱা পানীৰে হাতমুখ ধুই বিপিনৰ ওচৰতে ডাইনিং টেবুলৰ কাষত বহিলগৈ। ইতিমধ্যে বাপুটীয়ে চাহ আনি টেবুলৰ মাজতে কেট্লিৰে সৈতে থ'লে। আগে আগে থালী প্লেট্বোৰ মুচি কাচি দিলে। প্ৰতিভাই কাপবোৰ সজাই লৈ চাহ কৰিবলৈ আৰম্ভ কৰিলে। বৰুৱাই থালী প্লেটবোৰত খোৱাৰ সামগ্ৰীবোৰ বঁটাবলৈ লাগিল। "অমি ক'লৈ গ'ল ?"—বৰুৱাই সুধিলে।

"আছে, পাকঘৰতে চাহকৰা বেলি হোৱাৰ কাৰণে বাপুটীৰ লগত আগপিচ ধৰিছে" প্ৰতিভাই ক'লে।

"অমি, চাহ নেখাব নেকি? আহ আই"—বকৰাই মাত লগালে।

বিপিন অহাত অমিয়াৰ মনে এনেয়ে উচপিচাই আছিল। গতিকে মাকে তাইক পাকঘৰলৈ পঠিয়াই দিয়াটো তাই ভাল পোৱা নাছিল। এতিয়া দেউতাকে মাত লগোৱাত যেন তাই উশাহহে পালে আৰু দেউতাকৰ মাতৰ লগে লগে "খাম, গৈছোঁ, দেউতা" বুলি মাত লগালে।

"আহ বেগেতে আহ, চাহ চেঁচা হৈ যাব" বকৰাই সমিধান দিয়ে।

"পাচে, বিপিন, তুমিনো পাচ কৰি এতিয়া কি কৰিম বুলি ভাবিছা?" বকৰাই সোধে।

"পিচে পৰেহে ভাবিম, আগে ৰিজাল্টটো ওলাওক, মইতো পাচ কৰোঁনে নকৰোঁ চাই লওঁ" বিপিনে উত্তৰ দিলে।

"পাচ কৰিবা দিয়াচোঁন। পৰীক্ষাৰ ৰিজাল্ট্ ওলোৱালৈকে বাট নাচাই কি কৰিবা নকৰিবা সেই সম্বন্ধে অলপ আগতে ভবা বেয়া নহয়"—বকৰাই উত্তৰ দিলে।

"আগতেনো কি ভাবিব! দেউতাই কৈছে বোলে মই ল'টো পঢ়িলেই ভাল। পাচে আকৌ তিনিবছৰ বেছিকৈ পঢ়িবলৈ ইমান টকা ক'ত?"

"প্ৰবল ইচ্ছা হ'লে টকাৰ ৰাস্তা আপোনা আপুনি ওলাই যাব। মই হ'লে কথাটো বেয়া দেখা নাই।" বকৰাই ক'লে।

"মোৰ বৰ ইচ্ছা নাই। তাতে মই এতিয়া কথাটো সম্ভৱো দেখা নাই, কাৰণ হোষ্টেলত থাকি গুৱাহাটীত পঢ়িবৰ কাৰণে খৰচ ১২০৲ লাগে। অন্ততঃ ১০০৲ নহ'লে নচলে।"

"গুৱাহাটীত ছোৱালীৰ কাৰণে কোন হোষ্টেল ভালহে?" —বকৰাই সুধিলে।

"ছোৱালীৰ হোষ্টেল কোনটো ভাল ক'ব নোৱাৰোঁ। ছাত্ৰী-বাৰীয়ো বহুত দূৰ হয়। ছোৱালী কলেজৰো হোষ্টেল আছে।

ৰৰদলৈ ক'লেজৰো হোষ্টেল বেয়া নহয়। পিচে আপুনি গুৱাহাটীৰ ছোৱালী হোষ্টেলৰ খবৰ ল'লে কিয় ?" ভিতৰতে উথলি উঠা এটা আনন্দ যেন লুকাই ৰাখি বিপিনে সুধিলে।

"আমাৰ অমিয়াই এইবাৰ মেট্ৰিক দিয়াটো বোধকৰো জানা।"

"ওঁ জানোঁ, অলপৰ আগতে আমি এই বিষয়ে কথা বতৰা হৈছিলোঁ।"

"যদি পাচ কৰে, তাইক গুৱাহাটীলৈকে পঠিয়াম বুলি ভাবিছোঁ।" —বৰুৱাই ক'লে।

"কেলেই ! ইয়াতো কলেজ আছে যেতিয়া গুৱাহাটীলৈ পঠিয়াই কিয় ?" —বিপিনে সোধে।

"অলপ বাহিৰলৈ ওলালে ল'ৰা-ছোৱালীৰ চকু মুকলি হয়, বুইছা। সেই এটা কথা। আৰু এটা কথা হৈছে—মই এইবাৰ ৰাজনীতি কৰিম বুলি ভাবিছোঁ। গতিকে মই অমিয়াৰ ওপৰত চকু ৰাখিব নোৱাৰিম। গতিকে বাহিৰৰ এটা হোষ্টেলত ৰাখি চুপাৰিণ্টেনডেণ্টৰ তত্বাৱধানত থব পাৰিলে চিন্তা নেথাকে,"—বৰুৱাই সমিধান দিয়ে।

বৰুৱাৰ এই কথা শুনি বিপিনৰো আইন পঢ়িবৰ কাৰণে ইচ্ছা জাগি উঠিল।

"আপুনি কথাটো বেয়া ভৰা নাই। বাহিৰলৈ ওলালে ল'ৰা-ছোৱালীয়ে অনেক নতুন ঠাই দেখে, নতুন নতুন মানুহৰ লগত মিলামিচা কৰিবলৈ সুবিধা পায়। গতিকে অনেক অভিজ্ঞতাও আহৰণ কৰে" —মনৰ উল্লাসতে যেন বিপিনে বৰুৱাক শলাগিলে।

"বিশেষকৈ হোষ্টেলত থাকিলে ল'ৰা-ছোৱালীয়ে অনেক ধৰণৰ শিক্ষা আৰু অভিজ্ঞতা লাভ কৰিব পাৰে। আমাৰ ল'ৰা-ছোৱালী বুলিবলৈ একমাত্ৰ তাইয়ে ঘৰোৱাত তাই বৰ আলসুৱা হৈ উঠিছে। গতিকে বেছিদিন আমাৰ লগতে থাকিলে তাই আগলৈ একেবাৰেই অকামিলা হৈ পৰিব।" বৰুৱাই ক'লে।

"তেনেহ'লে তেওঁক কোন ক'লেজত ভৰ্ত্তি কৰিম বুলি ভাবিছে ?" —বিপিনে সোধে।

"পৰীক্ষা দিবৰ ২০/২৫ দিন মানহে হৈ গৈছে। এতিয়ালৈকে একো ভৱা নাই। সময়তহে ভাবিম। তাই এতিয়া এনেয়েহে থাকে। তুমি গধূলি গধূলি আহি অলপ অচৰপ তাইক কলেজৰ বিষয়বোৰৰ সম্বন্ধে এটা নমুনা দিবাচোন। বিশেষকৈ তাই ইংৰাজীত বৰ আধাকেচেলুৱা। এনেকৈ থাকিলে আগলৈ ফেইল কৰিবগৈ। মই মাহেকত ৫০ টকাকৈ তোমাক দিম। তোমাৰ আইন পঢ়িবৰ কাৰণে দুপইচাৰ সংস্থান এটাও হয়, অমিয়াৰো উপকাৰ হয়।"

"পঢ়াৰ অভ্যাসটো অলপ অচৰপ ৰাখি থাকিব নোৱাৰিলে পাহৰিয়ো যাব পাৰে। গতিকে আপোনাৰ উদ্দেশ্যটো বেয়া নহয়" — বিপিনে ক'লে।

"সেইটোৱো হয়। গতিকে তোমাৰ সুবিধা অনুসৰি কোনোবা এটা দিনৰ পৰা আহিবা। মোৰ এটা জৰুৰী মোকৰ্দ্দমাৰ নথীপত্ৰ চাবলগীয়া আছে। মই উঠিলোঁহে। তুমি যোৱানে কি কৰা কৰা।" — এই বুলি বৰুৱা উঠি লাহেকৈ নিজৰ অফিচৰূমলৈ সোমাল।

দেউতাকৰ উপস্থিতিৰ কাৰণে বৰ শান্তশিষ্ট ছোৱালীৰ দৰে অমি ইমান সময় জুৰ ভাবে বহি আছিল। বৰুৱা যেতিয়া ওলাই গ'ল, তেতিয়া বিপিনে ক'লে —"অমি, আজিৰ পৰা তুমি মোৰ লগত সাৱধানে চলিবা। মই তোমাৰ চাৰ"

"নমস্কাৰ চাৰ, আহক বহক" বুলি অমিয়ে সাদৰ সম্ভাষণ জনাই ভেঙুচালি কৰিলে। বিপিনেও এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে।

"পিচে তুমি পঢ়া আৰম্ভ কেতিয়াৰে পৰা কৰিবা?"—বিপিনে অমিয়াক সোধে।

"এই মাত্ৰ পৰীক্ষা দি উঠিছোঁহে। আকৌ পঢ়া। কিমাননো পঢ়িবা?"—অমিয়াই ক'লে।

"তেনেহ'লে তোমাৰ পঢ়িবৰ ইচ্ছা নাই বুলি দদাইদেউক কৈ দিওঁ?"

"নক'ব, নক'ব। মোৰ মনৰ ভাবটো আপোনাকহে কৈছোঁ, নপঢ়িলে আপুনি মোক গানকে শিকাব।"

"তেনেহ'লে মই কাইলৈৰ পৰা আহিম?" বিপিনে সোধে।

"ৰাজি" তলমূৰাকৈ মিচিকিয়া হাঁহি এটা মাৰি লাজকৰা যেন কৰি অমিয়াই ক'লে।

"তেনেহ'লে মই আজিলৈ যাওঁহে। কাইলৈৰ পৰা ৭ টাৰ সময়ত মই নিতৌ আহিম।"

"খুব ভাল কথা"

"বাৰু তেনেহ'লে" এইবুলি কৈ বিপিন লাহে লাহে ওলাই গ'ল। প্ৰতিভাই কিন্তু বিপিন আৰু বেণুধৰ বৰুৱাৰ কথোপকথন শুনি তিতা লাগি আগতে উঠি গ'ল। ভাল নেপালে বিশেষকৈ অমিয়াক এনেকৈ বিপিনৰ হাতত গতাই দিয়াটো। এতিয়া যেতিয়া বিপিন ওলাই গ'ল, তেতিয়া প্ৰতিভাই বেণুধৰৰ অফিচ ৰূমত সোমাই গোৰগোৰাই উঠিল—"আপুনি যে কি কামবোৰ কৰে মই একো বুজি নেপাওঁ"

"কিহৰ কথা কৈছা মই একো বুজা নাই" —বৰুৱাই ক'লে।

"বুজি নেপাবতো, কেনেকৈ বুজিব !"—প্ৰতিভাই মুখ ওফন্দাই ক'য়।

"কিহৰনো কামৰ সময়ত চুপতিখন মাৰি আছাঁ। কৈ নেপেলোৱা কিয় কি হ'ল !" —আমনিৰ সুৰত বৰুৱাই ক'য়।

"সঁচা কথা ক'বলৈ গ'লে চুপতি মৰা হয় !" প্ৰতিভাই কয়।

"একো দেখোঁন কোৱাই নাই, সঁচা নে মিচা কেনেকৈ জানিম ?" উকীলে চেক চেক কৰি হাঁহি পেলালে।

"হাঁহিবলৈ নাহিব। ছোৱালীজনীৰ ওৱালিচ গোটেই বিপিনকে পাতি পেলালে দেখোঁন"—প্ৰতিভাই আক্ষেপ কৰিলে।

"কেলেই কি হ'ল। সি এতিয়া মাত্ৰ বি. এ. পৰীক্ষা দি আহিছে, সকলো কথা মনত আছে। অমিয়াৰ ইংৰাজীৰ খুঁতবোৰ অলপ মাৰি দিব পাৰিব" – বৰুৱাই ক'লে।

"অইন তেনে ল'ৰা আৰু ক'তো নোলালনে ?"—প্ৰতিভাই সোধে।

"ওলাই নোলাই বিচাৰি ফুৰিবলৈ সময় ক'ত ? বাৰু বিপিনে পঢ়ালেনো তোমাৰ আপত্তি কি ?"

"আপত্তি একো নাই। পিচে এনেকৈ সাধাৰণ মানুহক ভিতৰত সোমাবলৈ দি লাই দিয়া অনুচিত"—উকীলনীয়ে কয়।

"সাধাৰণ মানুহ! বিপিনতো সাধাৰণ মানুহ নহয়। সি নিজেও বি. এ. পৰীক্ষা দি আহিছে। ইফালে তাৰ দেউতাকো সেই তাহানিখনৰ আমাৰ লগৰে গ্রেজুৱেট্। স্কুলত মাষ্টৰী কৰে। সাধাৰণ হ'লনো কেনেকৈহে? সাধাৰণ মানে তুমি দুখীয়া বুলি কব খুজিছঁা?"—বৰুৱাই সোধে।

"অকল দুখীয়া বুলিয়েই কব খোজা নাই। উকীল হাকিমৰ লগত মাষ্টৰ প্ৰফেচাৰৰ তুলনা কেনেকৈ হ'ব পাৰে?"—প্ৰতিভাই গোৰগোৰাই উঠে।

"উকীল হাকিমৰ স্বৰূপ আমিহে বুজোঁ, তুমি কি জানা"—বৰুৱাই ক'লে।

"তথাপিতো যে সমাজত আগভাগ থাই আছে"—প্ৰতিভাই কয়।

"সমাজনো কি। সেই সকলৰে সৃষ্টি। যেনেকৈ গঢ় দিছে তেনেকৈয়ে। বাকী সৰহভাগ মানুহে সমাজ আছেনে নাই কবই নোৱাৰে। গতিকে মুষ্টিমেয় কেইটামান মানুহৰ খেলনাৰ বস্তু যেনহে সমাজ!"

"সেইবুলি যে একেবাৰেই এটা বান্ধ নাইকিয়া এনেতো নহয়। গতিকে এনেকুৱা মানুহৰ লগত গা ঘহঁালে আমাক ভদ্ৰ-শ্ৰেণীৰ মানুহে বুলিব কি?"—প্ৰতিভাই বিৰক্তিৰ সুৰত কৈ উঠে।

"তুমিনো কি কথাবোৰ কোৱাঁহে। আমিনো তেনে মানুহৰ লগত গা মোহাৰিছোঁ ক'ত? বিপিনক মাহিলি এটা দৰমহা দিম, তাৰ বদলি সি যেনিবা অমিৰ ঘৰুৱা শিক্ষকতা কৰিব!"

"কথাটো ইমান সহজ হোৱা হ'লে খুব ভাল আছিল। পিচে ভাৰ অমিয়াৰ লগত বি ফাজলামি—মোটতে গতি গোল্ল বেয়া। সময় থাকোঁতেই সাৱধান হোৱা ভাল।"—প্ৰতিভাই কয়।

"সাৱধান হোৱা, চকু দিয়া—সেইবোৰ তোমাৰ কাম। মোৰ ইমান আজৰি ক'তহে যে টোকোপ এভাল লৈ বহি থাকিম।" বৰুৱাই যেন খঙেৰে ক'লে।

"কেনেই দোচোৰা শিক্ষক এজন ধৰিব নোৱাৰি নেকি ?" —প্ৰতিভাই সোধে।

"সাধাৰণ মানুহো তোমাক নেলাগে। কোননো অসাধাৰণ মানুহ তোমাৰ ইয়াত ঘৰুৱা শিক্ষকতা কৰিবলৈ আহিব ?"—বৰুৱাই সোধে।

"অলপ বয়সীয়া মানুহ এজন হ'লে সাধাৰণ অসাধাৰণৰ একো কথা নাই। আহিব আৰু অমিয়াক পঢ়াই বাহিৰে বাহিৰে গুচি যাব। এতিয়া বিপিন হৈছে আগৰে পৰা চিনাকি, টান কথাও ক'ব নোৱাৰি। ইপিনে সাধাৰণ মানুহৰ হাতত গাভৰু ছোৱালী এজনী এৰি দি বেছি আহলাদ কৰিলে আমাৰো গা ওলায় আৰু উচ্চ সমাজতো আমাৰ ভেদ ভাঙি যায় !"

"তুমি কথাটো অলপো বুজা নাই। অমি আৰু বিপিনৰ সম্বন্ধটো যাতে অতি গাঢ় হৈ মেৰপাকত পৰি একেবাৰ নোৱাৰা নহয় তাৰ কাৰণে নজৰ ৰাখিবা। সিপিনে বৰশীৰ টোপৰ ওচৰত মাছ ঘূৰি ফুৰাদি বিপিন যাতে অমিয়াৰ প্ৰতি আসক্ত হয় তাৰো সুবিধা দিবা। যিমানেই হওক বিপিন এটা গ্ৰেজুৱেট ল'ৰা। আকৌ আইনো পঢ়িব। তাক হাতত ৰাখি থোৱাটো ভাল।"—বৰুৱাই ক'লে।

"ডেকা ল'ৰা আৰু গাভৰু ছোৱালীৰ বেছি মিলা-মিশা হ'লে মানুহে কি বুলিব ?"—প্ৰতিভাই সোধে।

"কিহৰনো মিলা-মিশা হ'বহে ? প্ৰাইভেট টিউটৰে টিউচনী কৰিব মাত্ৰ—সেই কথা। আৰু ধৰি লোৱা মানুহে বু বু বা বা কৰিলেই, তাত কি হ'ল ? টকা পইচা, মান সম্ভ্ৰম অৰ্জন কৰিব পাৰিলে মানুহে মুখ ফুটাই কথা ক'ব নোৱাৰে বুইছা ?"—বেণুধৰে কয়।

"জানোঁ আপোনাৰ কথাবোৰৰ পাক মই একো বুজি নাপাওঁ। যি ভাল দেখে তাকে কৰক"—প্ৰতিভাই কয়।

"তুমিনো মোক কি কথা বুজাবলৈ আহিছাহে। আমি উকীল মানুহ। মুখ মেলিলেই গোটেইখন পেটলৈকে নাড়ীয়ে ভুকৰে দেখোঁ। আৰু তুমি কোৱা কথাবোৰ মই কিবা গমিপিতি চোৱা

নাই নেকি? পিচে এটা কথা—ভাওৰ সক, সাধাৰণ, অসাধাৰণ এই কথাবোৰ যে মই ভবা নাই এনে নহয়। আজি যি সাধাৰণ, কাইলৈ সি অসাধাৰণ। আজি যি দুখীয়া কাইলৈ সি ধনী। অসমত ধনী দুঃখীয়াৰ একো কথা নাই। পুৰুষ, পুৰুষানুক্ৰমে বেপাৰ আদি কৰি সদাগৰ হৈ থকা প্ৰকৃত ধনী মানুহ নাই। আজি তেওঁ এটা চাকৰি কৰিছে গতিকে ধনী, কাইলৈ তেওঁৰ ল'ৰাই চাকৰি পোৱা নাই, দুখীয়া। আকৌ পিচপিনে হাত নেপাতিলে চাকৰিয়াল ক'ত ধনী হ'ব পাৰেহে?

"বকৰাৰ এনে যুক্তিৰ ওপৰত প্ৰভিভাই একো মন্তব্য দিব নোৱাৰি অফিচৰ্‌ৰুমৰ পৰা লাহে লাহে ওলাই যায়। বকৰায়ো নিজৰ কামত মনপুতি লাগিবলৈ ধৰে।"

## ( সাত )

ৰাতি ৮ টা মান বাজিছে। দিনৰ ৩ টা মান বজাতে পুতেক বিপিন ঘৰৰ পৰা ওলাই গ'ল। এতিয়ালৈকে উভতি অহা নাই। যোগমায়াই সোনকালে বন্ধাবঢ়া শেষ কৰি পুতেক উভতি আহিলে ভাত দিবলৈ বুলি বাট চাই বৈ আছে। মনতে ভাবিছে—"সেই ৰাতিপুৱাই গুৱাহাটীতে ভাত কেইটামান খোৱা, তাৰ পিচত অলপ মান চাহ খাই ওলাই গৈছে, এতিয়ালৈকে অহা নাই, ভোকত চাগৈ পেটেই লালকাল দি ফুৰিছে। কি যে ল'ৰাবোৰ, নিজৰ শৰীৰৰ কাৰণে অলপো চিন্তা নাই! ঘৰলৈ আহি সময়ত ভাত কেইটা খাই মেলি অলপ জুৰাব, সতাৰ এনে নহয়। কি যে মিচামিচি চিন্তাবোৰ এনেকুৱা ল'ৰাবোৰক লৈ।" এনেকৈ ভাবি ভাবি বিপিনৰ কাৰণে মৰমতে পমি থকা মাকজনীৰ যেন বাহিৰা জগতৰ ভান একো নাই! হঠাতে জোতাৰ শব্দ শুনি চক্‌খাই উঠিল আৰু বৰ আশা—দেশাৰে বাহিৰলৈ বুলি ওলাই গ'ল বিপিন আহিছে বুলি। বাহিৰৰ কোঠাত সৈ দেখে যে বিপিনৰ বন্ধু বাপেক মোহন শইকীয়াই প্ৰায় ৮-৩০ মান বজাত টিউচনী আদি কৰি ঘৰ সোমাইছেহি। আৰু হ'লভলেৰে বান্ধি থোৱা বিছনাপত্ৰখিনিৰ ফালে নজৰ দি বৈছে। এনেতে যোগমায়া সৈ বাহিৰৰ কোঠাত উপস্থিত হোৱাত সুধিলে—"বিপিন আহি পাইছিনে কি?"

"ওঁ আহিল"

"কেতিয়া পালেহি ?"

"দুটা মান বজাত"

"এতিয়া ক'লৈ গ'ল ?"

"আহি পায়েই চাহ-তাহ খাই অলপ জিৰাই ৪ টা মান বজাত ওলাই গ'ল। তেতিয়াৰে পৰা উলটি অহা নাই।"

"তেতিয়াৰে পৰা উলটি অহা নাই! পৰীক্ষা কেনেকুৱা হ'ল বুলি কৈছে ?"—মোহন শইকীয়াই সোধে।

"ভালেই হৈছে বুলি কৈছে। তাবে ভালকৈ বুজবাজ ল'বৰ কাৰণে সুতিশাঁতি নাই। মোৰো কাম, তাতে আকৌ সি উশাহ সলাবলৈ পোৱাই নাই, গ'লেই" যোগমায়াই ক'লে।

"আৰু কেতিয়াবে পৰা এতিয়ালৈকে নায়েই। কি যে আজিকালিৰ ল'ৰা! ইমান দিনৰ মূৰত ঘৰলৈ আহিছে! তাক লগভাগ পাবলৈ মাক-বাপেকে কিমান আশা কৰি আছে—এইবোৰ কথা ভাবি চাবলৈ বোধকৰোঁ মগজে চুকি নেপায়।"

মাক-বাপেকৰ মৰম নেওচা দি নিজৰ মৰম বয়সত অইনক বিলাবৰ কাৰণে যে সন্তান উদগ্ৰীব হৈ থাকে সেই কথা জানো ভাবি চাবলৈ তেওঁবিলাকৰ সময় আছে ?

বিপিনৰ কাৰণে চিন্তা কৰি শইকীয়া অলপ সময়ৰ কাৰণে নিস্তব্ধ হয়। আকৌ শইকীয়ানীৰ ফালে মুখ ঘূৰাই সোধে—"ভাত-পানী খনোৱা নাই নেকি ?"

যোগমায়াই ক'লে—"ভাত কেতিয়াবাই হৈ আছে। ঘৰত মানুহ হ'লেহে বাঢ়িব পাৰো। তাতে ইমান দিনৰ মূৰত ল'ৰাটো আহিছে! সি নোহোৱাকৈনো কেনেকৈ খাব ?"

শইকীয়াই সোধে—"সি ক'লৈ যাব একো কৈ যোৱাও নাইনে ?"

যোগমায়াই উত্তৰ দিলে—"বাজাই বাজাই ফুৰিবলৈ যাম বুলিহে কৈছিল। পিচে মই যেতিয়া ক'লো যে অনিমাইহঁতৰ ঘৰত নোসোমাবি, সি ক'লে যে সোমালেও দেখা দিয়েই গুচি আহিব।"

"অ' কথা সেইটো! এতিয়াহে বুজিলোঁ। আগেয়েও এনেকৈয়ে কলেজৰ পৰা বহুত আহি বেগুহঁতৰ তাত বাহ লৈ থাকেগৈ। সিহঁতৰ তাত এনেকৈ থকাৰ সকাম কি? ধনী মানুহ, তাতে খিতাপো ভাঙৰ। আমাৰ লগত কিহৰ মিল। এনেয়ে আমাক মানুহ যেন নেদেখে। তাতে যদি এনেকৈ লা এৰি দি গাটো উলিয়াই দিয়ে, তেতিয়া আমাক কি গণিতা কৰিব!"

"এনেয়েও আপোনাক পিয়লৰ বাহিৰে ক'তো গণনা কৰা নাই,"—যোগমায়াই খপ কৰে উত্তৰ দিয়ে।

"তেনেকৈ ল'ৰা লোকৰ ঘৰলৈ আগবঢ়াই দি পিচতহে পস্তাবা!"—শইকীয়াই ক'লে।

"মইনো ক'ত আগবঢ়াই দিছোঁ।" —শইকীয়ানীয়ে সুধিলে।

শইকীয়াই কৈ উঠিল—"নহ'লে ইমান সাহস কৰিব কেনেকৈ?"

"ওচৰ চুবুৰীয়াৰ ঘৰলৈ যাবলৈ কিহৰ সাহস লাগে?"

"গাভৰু ছোৱালী থকা ঘৰলৈ যোৱাটো কম সাহসৰ কথা নহয়। জুইৰ লগত খেলা। ইয়াৰ কাৰণে মাক-বাপেকে লাই দিবই লাগিব। আজি প্ৰশ্ৰয় দিছে, কাইলৈ অন্য ভাল ল'ৰা এটা হাতত পালে শিশুপাল খেদা দিব, বুইছা। তেতিয়াহে মজা ওলাব।"—শইকীয়াই যেন বিতৃষ্ণাৰ সুৰতে ক'লে।

এনেতে পদূলিমুখত কোনোবা এটাই অপনা খোলাৰ শব্দ শুনা গ'ল। শব্দ শুনি যোগমায়াই শইকীয়াক ক'লে—"সেইয়া সি আহিছে হ'বলা। এতিয়া মনে মনে থাকক, একো নকব। ভাত-পানী খাই উঠি কি সোধে সুধিব।"

এনেকৈ ক'লত শইকীয়া লাহে লাহে ওচৰৰ কোঠালৈ সোমাই গ'ল আৰু কাপোৰ-কানি সলাবলৈ আৰম্ভ কৰিলে। বিপিন লাহে লাহে যেন কিবা এটা ভাৱত তন্ময় হৈ সোমায় আৰু মাকক সোধে—"দেউতা অহা নাইনেকি মা?"

"দেউতাৰ আহিবৰ অলপ সময় হ'ল। তইনো ক'লৈ গৈছিলি অ'। ইমান সময়নো বাহিৰে বাহিৰে ঘূৰি ফুৰিব লাগেনে?"

"একালে গ'লে আহোঁ বুলি আহিব পাৰোঁ জানো। আমাৰ লগতে একেলগে পঢ়া কেইজনমান উজনিৰ ল'ৰা আজি নগাঁৱঁতে

হৈছে। কাইলৈ পুৱা যাবগৈ। সিহঁতৰ লগতে ঘূৰি মেলি ফুৰোঁতে বহুত পলম হ'ল"—বিপিনে অলপ কোমল সুৰত ক'লে। মিছা কথা ক'লে কেৰমেহনী মৰা স্বাভাৱিক।

"আৰু অইন ক'লৈকো যোৱা নাইনে?"—যোগমায়াই সুধিলে।

"গৈছিলোঁ, দদাইদেউহঁতৰ ঘৰলৈ, তাতে কথা বতৰা পাতি থাকোঁতেই ইমান বেলি হ'ল বুলি ধৰিবই নোৱাৰিলোঁ"

"মানে অমিয়াহঁতৰ ঘৰতে তোৰ ইয়ান বেলি হ'ল?"

"যোৱা যোৱা একেটা কথাকে কিবা চেপি থাকাঁ। ওৰহি গহবৰু ওবটো তোমাকনো কেলেই? ভাত হৈছে যদি বাঢ়াগৈ। দুটা-মান খাওঁ, ভোক লাগিছে"—কথাৰ লেথেৰি চিঙিবলৈকে যেন খঙৰ ভাৱত বিপিনে ক'লে।

বিপিনৰ মতি-গতি বেয়া যেন দেখি মাকে আৰু পম নেদেখিলে। লাহে লাহে ভিতৰলৈ সোমাই গ'ল ভাত বাঢ়িবলৈ বুলি।

অলপ সময়ৰ কাৰণে কেনিও সাবসিকতি নাইকিয়া যেন হ'ল। ইয়াৰ মাজতে যেন নিস্তব্ধতা ভাঙি যোগমায়াই মাত লগালে—"বিপিন ভাত দিছোঁ, দেউতাৰক ক, তয়ো আহ।"

মাকৰ মাত শুনি বিপিনে দেউতাককো মাত লগাই নিজে ভাত খাবলৈ সোমাই গ'ল। অলপ পিচতে মোহন শইকীয়াও ভাতৰ পাতত বহিল।

"তোৰ পৰীক্ষা কেনেকুৱা হ'ল?"—শইকীয়াই সোধে।

"বেয়া হোৱা নাই, পাচ কৰিব লাগে।"

"ৰিজাল্ট্ কেতিয়া মানে ওলাব?"

"সম্ভৱ জুলাইৰ দ্বিতীয় সপ্তাহতে ওলাব।"

"ৰিজাল্ট্ ওলালে কি কৰিম বুলি ভাবিছ?"

"মইনো কি ভাবিম, আপুনি যি ভাল দেখে কৰিব।"—বিপিনে ক'লে।

"মই ভাল দেখা বেয়া দেখাৰ ওপৰত বেছি কথা নাই। দুটা কথাৰ ওপৰতহে নিৰ্ভৰ কৰিছে; এক হৈছে তোৰ কিমান সোৱাদ লাগিব আৰু দুই নম্বৰত হৈছে টকা-পইচা।"

টকা-পইচাৰ কথা কৈ যেন শইকীয়াই বিপিনক আইন পঢ়াৰ কথাটোকে মনলৈ আনি দিলে। বিপিনে ক'লে "চাকৰি কৰিলেতো পইচাৰ দৰ্কাৰ নহ'ব!"

"চাকৰি কৰিলে টকা-পইচাৰ দৰ্কাৰ নহয়। কিন্তু চাকৰি পাবি ক'ত? যদিয়ো আজিকালি বহুত চাকৰি ওলাইছে, তথাপিতো স্বাধীনতাৰ পিচত যিহে খেলিমেলি হৈছে কাৰোবাক গুৰি ধৰিব নোৱাৰিলে চাকৰি পোৱাটো টান। তাতে আমাৰ কাৰো লগত খাটিবো নাই। কাৰোবাক খাটিব কৰিবলৈ খাটিবৰ যোগ্য আমাৰ মানুহবোৰো নহয়। আগেয়ে চাহাব-চুহবোৰ থাকোঁতে বেলেগ কথা আছিল"— শইকীয়াই ক'লে।

"সেইবোৰ কথা বেলেগ। পইচাৰ দৰ্কাৰ হ'ব ল কলেজত পঢ়িব খুজিলেহে! কাজেই চাকৰি কৰাটো হ'লে পইচাৰ কথা ভাবিব নেলাগে।"

"ময়ো তাকেহে ক'ব খুজিছোঁ। আমাৰ খাটিবৰ মানুহ নাই যেতিয়া চাকৰি পোৱাও টান। আৰু পালেও চাকৰিৰ পইচাৰে দুৰ্নীতিত লিপ্ত নহ'লে পেট নভৰেও। গতিকে আইন পঢ়িব পাৰিলে ভাল। তাৰ কাৰণে টকা লাগিব আৰু তাৰ আগতে তোৰ অভিৰুচিটো বুজি ল'ব লাগিব।"

"ময়ো চাকৰি কৰাতকৈ ল পঢ়িব পাৰিলেহে বৰ ভাল পাম। এতিয়া যদিয়ো কষ্ট হ'ব, ভৱিষ্যতে বহুত সুবিধা পোৱাৰ আশা থাকে,"—এনেকৈ কৈ বিপিন মুখ ধুবলৈ বুলি বাহিৰলৈ উঠিল।

মাক যোগমায়াই বিপিনৰ মতৰ এনে আকস্মিক পৰিবৰ্ত্তনৰ কাৰণটো কি একো বুজ নেপালে। মানুহৰ স্বভাবজাত প্ৰবৃত্তিবোৰৰ কেউফালেই মনটো সাধাৰণতে ঘূৰে। বিপিনৰ মনবো অৱস্থা তেনেই হ'ল।

ইতিমধ্যে শইকীয়ায়ো খাই উঠি বিপিনৰ সৈতে আহি বাহিৰত বহিল। আৰু অলপ সময় ভাবি ভাবি যেন ক'লে—"তইতৰ পৰীক্ষাৰ খবৰ ওলাবলৈকে আৰু প্ৰায় তিনিমাহ বাকী। তাৰ পিচত আইনত নাম লগাবলৈ আৰু একমাহ ধৰ। এই চাৰিমাহৰ কাৰণে তই কৰবাত এটা চাকৰি কৰিব পৰাহেঁতেন ভাল আছিল।

তোৰ এড্মিচন্ আদিৰ কাৰণে প্ৰায় দুশমান টকা যোগাৰ কৰিব পাৰিলিহেঁতেন।"

"চাৰিমাহ সময় পাওঁ যদি দুশ টকাৰ যোগাৰ এটা হৈছে"—বিপিনে ক'লে।

"কেনেকৈ, আহিয়েই একেদিনাই ঘপ্ কৰে দুশ টকাৰ যোগাৰ কৰিলি ?"

"মই আজি ফুৰিবলৈ যাওঁতে দদাইদেউহঁতৰ ভাত সোমাইছিলোঁ। তেখেতে কৈছে যে অমিয়াক পঢ়ুলি পঢ়ুলি অলপ পঢ়াই দিব লাগে। মাহেকত পঞ্চাশ টকাকৈ দিব। চাৰিমাহ পঢ়াব পৰা যাব।

"বেণুধৰৰ তাত ?"

"ওঁ"

"মই সেই মানুহবিলাকৰ লগত বেছি হলিগলি কৰা ভাল নেপাওঁ বুজিছ !"—শইকীয়াই এটা বিৰক্তিৰ সুৰত কয়।

"কিয় ?"

"ধনীমানুহৰ লগত দুঃখীয়াই লেতিপেতি কৰা বেয়া। সিহঁতৰ বিশ্বাস নাই। দুখীয়াক মানুহ যেন নেদেখে।"

"আমাৰ এটা ইনফিৰিয়ৰিটি কম্প্লেক্স্ আছে বুলিহে আমি সেইদৰে ভাবোঁ।" —বিপিনে ক'লে।

"হ'ব পাৰে আমাৰ ইনফিৰিয়ৰিটি কম্প্লেক্স্। তথাপিতো ধনীমানুহবিলাক যে বৰ দুষ্ট, বাহিৰে ভদ্ৰ আৰু ভিতৰি দুৰ্নীতি-পৰায়ণ এই কথাটো একেবাৰেই সঁচা।"

"সকলো ধনী মানুহকে সাধাৰণ হিচাপে দোষাৰোপণ কৰাটো আপোনাৰ নিতান্ত অন্যায় হৈছে।"

"অন্যায় ন্যায়ৰ কথা ক'ব নোৱাৰো। কিন্তু এইটো বুজোঁ যে সৎ পথত ধনী হোৱাটো টান"

"তেনেহ'লে সকলো ধনী মানুহেই অসৎ নে কি ?"

"অসৎ নহ'লেও আঁতিগুৰিৰ পৰা খেদি গ'লে দেখিবা কোনোবা এসময়ত বেয়া নীতিৰ প্ৰশ্ৰয় লৈছিল।"

"বিয়েই হওক, এই বেয়া নীতিক আমিয়ো আদৃৰি লও"

"তাৰ মানে তই কি ক'ব খুজিছ ?"

"তাৰ মানে বেয়া নীতি বা দুনীতিক আমি উদগনি দিওঁ"

"কেনেকৈ ?"

"সকলো সামাজিক অনুষ্ঠানতে আপোনালোকে যোগ্যতা থাকক নেথাকক ধনী মানুহসকলৰ আশীৰ্ব্বাদ বিচাৰে"—বিপিনে উত্তৰ দিয়ে।

"আশীৰ্ব্বাদ বা শুভেচ্ছা গ্ৰহণ কৰাত আপত্তি কি থাকিব পাৰে ! যাৰে তাৰে পৰাই তাক গ্ৰহণ কৰিব পাৰি।"

"আশীৰ্ব্বাদৰ কাৰণেই যদি আশীৰ্ব্বাদ গ্ৰহণ কৰাৰ অভিপ্ৰায় হ'লহেঁতেন, তেতিয়া ক'বলগীয়া একো নাই। কিন্তু আমি সেই ধনীসকলৰ আশীৰ্ব্বাদ বিচাৰি যাওঁতে যেন আমি তেওঁবিলাকৰ চকুত পৰোঁ আৰু তেওঁবিলাকে যেন আমাক কৃপা কৰে—এনে এটা উদ্দেশ্য। তাৰ পৰাই যেন আমাৰ ভৱিষ্যতে উন্নতিৰ পথ মুকলি হ'ব এনে এটা ভাৱ। আমি যেন তেওঁবিলাকৰ অনুগ্ৰহতে জীয়াই আছোঁ এনে এটা ধাৰণা বদ্ধমূল। ইপিনে তেনেকৈ ওপৰলৈ তুলি দিওঁতে দিওঁতে, তেওঁবিলাকে সমাজত আগভাগ লয়, লগে লগে সমাজ সেৱাৰ নামত টকা দান কৰি কোনোবা একাণে সুতেমূলে বাহিৰ কৰে। এনেকৈয়ে নতুন ধনী এশ্ৰেণীৰ আবিৰ্ভাৱ হৈছে। আৰু আমাৰ তেওঁবিলাকৰ মূৰ্ত্তি দেখিয়েই চুৰ্ত্তি হেৰাইছে। পত্তিকে আমি তেওঁবিলাকৰ ওচৰত সেও হৈছোহঁক।"

"সেই কাৰণেই হ'বলা তই বেণুধৰ বৰুৱাৰ ঘৰত লেত লৈছহে ?"—শইকীয়াই সোধে।

"মই কেতিয়াও তেনেকৈ লেত ভাও জোৰা নাই। মোক কলেজত পঢ়িবৰ কাৰণে টকা লাগে আৰু সেই টকাৰ কাৰণে মই টিউচনী কৰিছোঁ। কাম কৰিম, টকা দিব। ইয়াৰ বেছি আৰু কি হ'ব পাৰে। আচলতে ক'বলৈ গ'লে আপোনালোকৰ শিক্ষকসকলেই গোটেই সমাজখন পঙ্গু কৰি পেলালে"—উত্তেজিত হৈ বিপিনে ক'লে।

"শিক্ষকসকলে সমাজখন পঙ্গু কৰি পেলালে ? এইটো নতুন কথা তোৰ মুখৰ পৰাহে শুনিলোঁ"

"মোৰ মুখৰ পৰাহে প্ৰথমতে শুনিব পাৰে কিন্তু কথাটো নতুন নহয়"—বিপিনে ক'লে।

"শিক্ষকসকলে সমাজখন কেনেকৈ পঙ্গু কৰি পেলালেহঁক ?"—শইকীয়াই সোধে।

"যি সকলক আজি আপুনি ধনী বুলি ভয় কৰি বাদ দিব খুজিছে, তেওঁবিলাকক সমাজৰ বৰমূৰীয়া পাতি"—বিপিনে উত্তৰ দিলে।

"শিক্ষকৰনো সমাজত কি স্থান আছে যে যাকে তাকে পাতো বুলিলেই বৰমূৰীয়া পাতিব পাৰে অ' "—শইকীয়াই সোধে।

"শিক্ষকৰ যে সমাজত উচ্চস্থান আছে সেই সম্বন্ধে শিক্ষক সকলেই সচেতন নহয়। গতিকে তেওঁলোকৰ অস্তিত্ব সমাজে অনুভৱ নকৰে। কৰিলেও নিকৃষ্ট বুলি ভাবে। লোকে লোকক পদমৰ্য্যাদা দিব নোৱাৰে, নিজেহে আদায় কৰিব লাগিব—কাৰ্য্যৰ যোগে, ব্যৱহাৰৰ যোগে।"

"তাতেই সমাজখন পঙ্গু হৈ গ'ল ?"

"ওঁ, তাতেই সমাজখন পঙ্গু হৈ যাব। যি সমাজত শিক্ষক সকলেই নিজৰ অস্তিত্ব সম্বন্ধে সচেতন নহয়, তাত স্বাধীন চিন্তাধাৰা প্ৰবাহিত হ'ব কেনেকৈ ?"

"তাৰ কাৰণে সমাজেই দায়ী। সমাজেই শিক্ষকক পঙ্গু কৰি ৰাখিছে"

"সমাজ যিমান দূৰ দায়ী, শিক্ষকো সিমান দূৰ দায়ী। কাৰণ শিক্ষকসকলে নিজেই যেতিয়া নিজৰ মৰ্য্যাদা নুবুজে, সমাজক কেনেকৈ বুজাব ; গতিকে সমাজেও নুবুজে"—বিপিনে উত্তৰ দিলে।

"সেইটো হ'ব পাৰে। কিন্তু নিম্নতম এটা অৰ্থনৈতিক সংস্থান নেপালে মৰ্য্যাদাৰ অস্তিত্বৰ অনুভৱ হ'ব কেনেকৈ ?"—শইকীয়াই সোধে।

"কিন্তু সেইবুলি নিজ ব্যক্তিত্ব লোকৰ ওচৰত লোপ পোৱাই দিলেই সেই অৰ্থনৈতিক সমস্যাৰ সমাধান নহয়। আৰু মৰ্য্যাদাও অটুট নেথাকে"—বিপিনে ক'লে।

"তেনেহ'লে শিক্ষকসকলে হেওৱা খাই খাই মৰ্য্যাদা ৰক্ষা কৰিলেহে হ'ব। অৰ্থনৈতিক সমস্যাটো একেবাৰেই বাদ দি দিব লাগিব ?" শইকীয়াই সোধে।

"অৰ্থনৈতিক সমস্যাটো বাদ দিবৰ কাৰণে মই কেতিয়াও কোৱা নাই। মই কৈছোঁ যে অৰ্থনৈতিক সমস্যা সমাধানৰ লগত শিক্ষকৰ প্ৰতিপত্তিৰ কথাটোও জড়িত। প্ৰতিপত্তি বঢ়াই ল'ব পাৰিলে অৰ্থনৈতিক উন্নতিৰ দাবী সমাজে আপোনা-আপুনি গ্ৰাহ্য কৰিব"— বিপিনে উত্তৰ দিলে।

"আৰ্থিক মানৰ উন্নয়ন হ'লেহে প্ৰতিপত্তি বাঢ়িব"—শইকীয়াই কয়।

"সেইটো কেতিয়াও হ'ব নোৱাৰে। এতিয়া শিক্ষকসকলৰ যিটো ইন্‌ফিৰিয়ৰিটি কম্‌প্লেক্স, যেনিবা তেওঁবিলাকে ভিক্ষাহে কৰিছে আৰু সমাজৰ মুখলৈ কৃপাৰ দৃষ্টি পাবলৈ যেনিবা বাট চাইহে আছে"

"আমাৰ সংহতিৰ অভাৱ মই বুজিছোঁ। তাৰে সুবিধা সমাজে লৈছে সেইটো জানোঁ। সেইবুলি শ্ৰমিকৰ দৰে ট্ৰেড ইউনিয়নিজিম্ কৰিব পাৰিনে ?"—শইকীয়াই সোধে।

"মই তেনে সংহতি বা শিক্ষকৰ ইউনিয়ন আদিৰ কথা কোৱা নাই। মই কৈছোঁ যে এজন শিক্ষক ব্যক্তি হিচাপে সুস্থ সবল মনৰ পৰিচায়ক নহয়। এজন মজদুৰ কিন্তু তেওঁতকৈ বেছি সবল মনৰ।"

"তই কি কথাটো কৈছ মই বুজিব পৰা নাই"

"মই কি বুজাব খুজিছোঁ শুনক। শিক্ষকসকলৰ মনত কোনো সামাজিক মূল্যৰ স্থিৰতা নোহোৱা হৈছে। এপিনে তেওঁবিলাকে কৈছে শিক্ষা-দীক্ষাৰ কথা, তাতে তেওঁবিলাক লাগি থাকি এটা কৃষ্টিৰো পৰিচয় দিছে। কিন্তু উচ্চ কথা বা ধাৰণাৰ প্ৰতি তেওঁ-লোকৰ আগ্ৰহো নাই, তেওঁলোকে অন্বেষণো নকৰে।"

"টকা-পইচা নহ'লে উচ্চ ধাৰণা-ভাৱণা ক'ৰপৰা হ'ব অ', হ'লেও নেথাকে!"—শইকীয়াই কয়।

"সেইবুলি সামান্য কথাবোৰত লাগি থকাৰ, সামান্য কথাবোৰৰ সমাদৰ কৰি এটা তল খাপৰ অভিৰুচি দেখুৱাই সমাজত নিজকে নিজে হেয় প্ৰতিপন্ন কৰাৰ যুক্তি কি ?"—বিপিনে সোধে।

"শিক্ষকেনো তেনেকুৱা কেতিয়া কৰিছে অ' "—শইকীয়াই সোধে।

"সকলো সময়ে কৰিছে। আনকি কলেজৰ অধ্যাপক-সকলৰো দুৰৱস্থা দেখি দুঃখ লগা হৈছে। তেওঁলোকে কথা পাতে অমুকে এটা বৰ ভাঙৰ দুমহলীয়া ঘৰ সাজিছে, কি বুধিয়ক মানুহ ; ইমান টকাৰ যোগাৰ কৰিব পৰাটো কম কথা নহয়, দৰ্মহা ইমান কম পায়। আকৌ তেওঁবিলাকেই পভা সাহিত্যৰ চ'ৰা আদি সাহিত্য আলোচনা কৰাৰ সুবিধাৰ থল নহয়। অনেক ডাঙৰ মানুহক তোৱাজ কৰি নিজ সুবিধা আদায় কৰাৰ উপায়। এনেকৈ সুবিধা আদায় কৰিবলৈ যাওঁতে সকলোৰে হাঁহিয়াতৰ পাত্ৰহে হয়।"

শিক্ষকৰ দুৰৱস্থাৰ সুবিধা লৈয়ে তেওঁলোকক সকলোৱে হাঁহে। আৰু এইদৰেই উপলুত্তা কৰিবৰ কাৰণেই দুৰৱস্থাৰো বিধান হৈছে।

"সেইটো হ'ব পাৰে। পাচে শিক্ষকৰো অধঃপতন একেবাৰেই তলি পাইছেগৈ। কিবা এটা প্ৰশাসনীয় চাকৰিৰ সুবিধা কৰি ল'ব পাৰিলে, তেওঁলোকে তেওঁলোকৰ সহকৰ্মীসকলকে অকৰ্মণ্য বুলি উভৰাই দিয়ে আৰু নিজে মন্ত্ৰীসদাগৰৰ লগত ভাজকৈ লাগি যায়। গতিকে শিক্ষকৰ এনে অধঃপতন হোৱাৰ পিচত আপোনালোকৰ বৰ বৰ কথা নৰজে। সেই কাৰণে শিক্ষক হিচাপে কাৰো প্ৰতি বিতৃষ্ণাৰ ভাব পোষণ নকৰি নিজৰ মতি-গতিকে গমিপিতি চাই অৱস্থা টনকীয়াল কৰাই ভাল। কাৰণ, অভাৱ ত্যাগৰ নিদৰ্শন হ'ব নোৱাৰে। প্ৰাচুৰ্য্যৰ ত্যাগহে স্বীকৃত হয়।"

"সেই বুলি এতিয়া তই বেণুধৰৰ ভাত টিউচনী কৰিলেই আমাৰ অৱস্থা টনকীয়াল হ'বনে ?" —শইকীয়াই সোধে।

"এতিয়া অৱস্থা টনকীয়াল নহ'লেও ওকালতিৰ কাৰণে ৰাস্তা মুকলি কৰি দিলে আগলৈ অন্ততঃ পৰমুখাপেক্ষী নোহোৱাকৈ চলিব পৰা যাব"

"কথাটো শুনাতহে ভাল শুনিছোঁ, কাৰ্য্যত কি হয় ক'ব নোৱাৰি, কাৰণ উদ্দেশ্যৰ পৰা পিছলি পৰিবৰ কাৰণে আকৰ্ষণ অনেক আছে। তাৰোপৰি লোকৰ পৰা তোৰ ভৱিষ্যতৰ পথ সুগম হ'ব, সেইটো মই বিশ্বাস কৰিব নোখোজোঁ।"—শইকীয়াই অসন্তুষ্টিৰ সুৰত ক'লে।

"সেইটো বৰ ঠিক কথা কোৱা নাই, কাৰণ দদাইদেউহঁত তেনেকুৱা মানুহ নহয়। তাতে তেওঁলোকো বৰ কষ্টৰ পৰা ধনী হোৱা মানুহ, গতিকে দুখীয়াৰ দুঃখ বুজে"—বিদিনে ক'লে।

"সেইটো হয়। পিচে কোনো ডাঙৰ মানুহে নিজৰ আওপকৰ এৰি নিদিয়ে। মই তেওঁৰে সৈতে একেলগে পঢ়া। তথাপিতো ক'ডা তেওঁলোকতো ইয়াত ভৰি দিয়ালৈকে অহা নাই ; নতুন চহকীৰ একো বিশ্বাস নাই।"

"আপুনিনো তালৈ কিমান গৈছে ?"

"মই যাবলৈ বা কি ? গ'লে ভালেই পাইনে বেয়াই পায়। ধনীৰ ঘৰত দুখীয়াৰ উপস্থিতিটো অবাঞ্চনীয়।"

"সিয়ো এটা আপোনাৰ নিজকে সৰু বুলি ভবা প্ৰবৃত্তিৰ পৰিচায়ক। আপুনি যদি নাযায়, তেওঁবিলাকৰ আহিবলৈ দৰ্কাৰো নাই আৰু সময়ো নাই।"

"তাতে তই উপযাচি সময় নাই অসময় নাই গৈ আছ যেতিয়া !"

"ময়ে গৈ মেলি ওচৰ চুবুৰীয়াৰ সম্বন্ধটো বাধি আছোঁ"

"তাৰে সুবিধা লৈ তোক এটা প্ৰলোভনো দিছে। ইয়াৰ মানে কি মই একো বুজা নাই। সেই কাৰণে মই কথাটো অকণো ভাল পোৱা নাই।"—শইকীয়াই কয়।

"আপুনি খালি যাকে তাকে সন্দেহহে কৰি থাকে। ইয়াত ভাবিবলগীয়া কি আছে ? টকা দিব, মই পঢ়াম—এই কথা।"

"পাচে চৰখৰীয়াত পেলাব চাবি। ইকুলো যাব সিকুলো নেপাবি।"

"নৈয়েই নাই, কিহৰ কুল দুটাৰ কথা কৈছে মই বুজা নাই"

"এই কলগুৰ সোঁত আৰু কুল পিচতহে দেখিবি, এতিয়া নেদেখ।"

ইতিমধ্যে যোগমায়াই ভাত-পানী খোৱা শেষ কৰি বাচনবৰ্ত্তনাদি ধুই উঠিল আৰু বাপেক-পুতেকে দীঘলীয়াকৈ বাক্‌বিতণ্ডা কৰি থকা শুনি ডাঙৰকৈ ক'লে—"বিপিন, যা যা শুই থাকগৈ। এই দুপৰ ৰাতিখননো কি খকাখুন্দা কৰি থাকহঁক অ'।"

মাকৰ কথা শুনি বিপিন লাহে লাহে শুবলৈ বুলি উঠি যায়। লগতে শইকীয়ায়ো শোৱাৰ আগতে মুখ ধুবলৈ পানী ললৈ বুলি পাকঘৰ সোমায়।

"কি হ'ল ? বিপিনে অমিয়াহঁতৰ তাত কিবা টিউচন কৰিবনে কি ?"—যোগমায়াই সোধে।

"ওঁ, মাহেকত পঞ্চাশ টকা দৰ্মহাত পৰীক্ষাৰ খবৰ নোলোৱালৈকে অমিয়াক পঢ়াই দিব লাগে।"

"ভাল হৈছে, একো বেয়া হোৱা নাই, এনেয়ে ঘৰত বহি থকাতকৈ এটা কামত ব্যস্ত থকাটোৱেই ভাল।"

শইকীয়াই লাহে লাহে মুখ ধুই যোগমায়াক সন্নিধান দি শোৱা কোঠাৰ ফালে আগবাঢ়িল -"বাৰু বেয়া দেখা নাই যদি ভালেই হৈছে। পিচত গণ্ডগোলখন লাগিব চাবা।"

"নেলাগে, নেলাগে, ভয় কৰিব নেলাগে। নিদিয়ে বন্ধুবাৰ ঘৰৰ হোৱালী আমাৰ নিচিনা হালহিগা ভিকহুৰ ঘৰলৈ।"

"নিদিলে ভালেই। দি পেলাই আহকাল কৰে বুলিহে ভয়।"—শইকীয়াই কয়।

"কি আহকাল কৰিব। দিলে বিয়া কৰাই থব লাগে"—শইকীয়ানীয়ে তপৰাই মাত দিয়ে। বিপিনে মাকৰ এনে উদ্দেশ্য বুজিব পাৰি বিছনাতে তৃপ্তিৰ হাঁহি মাৰে।

( আঁঠ )

পিচদিনা। লাহে লাহে সন্ধিয়া লাগি আহিছে। বিপিনৰো মন এটা উচ্ পিচনিয়ে অতিষ্ঠ কৰি তুলিবলৈ ধৰিছে। গতিকে যেন সময়ৰ আগতেই অপ্ৰূপ সোনকালে বিপিন টিউচনলৈ বুলি ওলাল।

কেইদিনমানৰ আগতে বৰষুণ হোৱাত আকাশে ফট্ ফটীয়া নীলা ৰূপ ধাৰণ কৰিছে। ভাবে যেন এটা প্ৰতিবিম্ব বসন্তকালৰ সৌন্দৰ্য্যলৈ ৰূপায়িত হৈছে। মাজে মাজে অৰুণ অৰুণ শুকুলা ডাৱৰৰ টুকুৰাবিলাকে মন্দগতিৰ বায়ুৰ লগত যেন তৰাবিলাকৰ মাজে মাজে খেলাহে কৰিছে। ইপিনে জোনবাইৰ শুভ্ৰ কিৰণে গোটেই পৃথিৱীকে যেন চৌৱাই পেলাইছে। ইয়াৰ একোছটা যেতিয়া চহাই থোৱা আহতলি বিলাকত পৰিছে, তেতিয়া যেন পৃথিৱীতো একোচপৰা বগা ডাৱৰ উঠিছে। বসন্তৰ বতাহৰ কোব যেন সহ্য কৰিব নোৱাৰি আকাশৰ বগা ডাৱৰবিলাকেও পৃথিৱীৰ বুকুত আশ্ৰয় লৈছেহি। ফুলি থকা ফুলবিলাকেও পৃথিৱীত আকাশৰ তৰাবিলাকক অনুকৰণ কৰিছে।

পৃথিৱীৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈকে লাহে লাহে উঠি অহা কলঙৰ পানীত জোনবাইটো লুকাই বৈ আছে। বসন্তকালৰ আগমনীয়ে যেন পৃথিৱীতে এখন স্বৰ্গৰাজ্যৰ সৃষ্টি কৰিছে। এই স্বৰ্গৰাজ্য দখল কৰিবলৈকে যেন সুখপিপাসু সকলো দেৱতা নামি আহিছে আৰু ইয়াত অনুষ্ঠিত হোৱা বিহু উৎসৱ উপভোগ কৰিবলৈ তৎপৰ হৈছে।

লাহে লাহে আগদিনাৰ দৰেই কলঙৰ পাৰৰ ৰাস্তাইদি বিপিন আগবাঢ়িবলৈ ধৰিলে। কলঙৰ ইপাৰৰ পৰা পেঁপা আৰু ঢোলৰ মাতে বিহুটোক নোৱাই ধুৱাই যেন আগবঢ়াই লৈ আহিছে। নৈৰ বালিৰ চাপৰিত বহি কোনো কোনোৱে মিঠা মিঠা বাঁহীৰ সুৰেৰে বতাহ কঁপাই তুলিছে। বসন্তকালৰ কণকণীয়া বতাহৰ সুৰৰ লগত বাঁহীৰ সুৰে এক অপূৰ্ব ঐক্যতান বাদন কৰিলে। ইয়াৰ এটি যেন লহৰে বিপিনৰ মনো উথলালে। বিপিনৰো শিহৰণ হ'ল।

সৌন্দৰ্য্য উপভোগ কৰি কৰি যেন এটা ক'ব নোৱাৰা ভাবৰ তন্ময়তাৰ মাজেদি বিপিন আহি অমিয়াহঁতৰ ঘৰৰ আগত থিয় দিলেহি। আজি যেন আগদিনাৰ দ্বিধা নাই, সঙ্কোচ নাই। স্বতঃস্ফূৰ্ত্ত গতিত বিপিনে ক'ব নোৱাৰাকৈয়ে গেটখন খুলি লাহে লাহে ভিতৰলৈ সোমাই গ'ল। অমিয়াই ইতিমধ্যে কিতাপ পত্ৰ লৈ পঢ়া কোঠাত বহি কিবা এটা যেন ভাবি আছিল। এই ভাবৰাশিয়ে যেন কোনোবা এজনৰ আগমনীক তাইৰ মনটোৰ মাজতে সুমুৱাই লৈছিল। বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ যেন শুনি তাই বাৰান্দাৰ লাইতটো জ্বলাই দিলে। আৰু বিপিনক দেখি উল্লাসতে বাহিৰলৈ ওলাই আহিল।

"আপুনি যে ইমান দেৰি কৰিলে, বিপিন ককাইদেউ!"— তাই বিপিনক সোধে।

"মই এতিয়া তোমাৰ ককাইদেউ নহয়, চাৰহে,"—বিপিনে কয়।"

"মাফ কৰিব চাৰ। মোৰ চাৰজনক সোনকালে কৰা আৰু বেজি হোৱাৰ কথা সোধা নিতান্ত বেয়া হৈছে! এতিয়া চাৰ আহক, একেবাৰে ভিতৰলৈ সোমাই পৈ আমাৰ খোৱাঘৰৰ টেবুলতে বহি চাহ অলপ খাই লৈ পঢ়াশুনা আৰম্ভ কৰা যাব" এইবুলি অমিয়াই বিপিনক লাহেকৈ ডাইনিং ৰূমৰ ফালে আগবঢ়াই লৈ গ'ল।

"সেউতাবা নাইনে কি, অমি" পৈ থাকোতে বিপিনে সোধে।

"নাই, পাৰ্টিৰ অফিচত কিবা কাম আছে তালৈ গৈছে।"

"দদাইদেউৱে পাৰ্টিত যোগ দিলেনে কি ?"

"হয়, শাসনত অধিষ্ঠিত পাৰ্টিত যোগ দিলে"—অমিয়াই জনায়।

এইদৰে কৈ বিপিনক ড্ৰাইনিং ৰূমতে বহুৱাই অমি পাকঘৰলৈ সোমাই গ'ল আৰু বাপুটীক অলপ অচৰপ খোৱা বস্তুৰ সৈতে চাহ একাপ কৰিবলৈ ক'লে।

ইতিমধ্যে বিপিন অহা গম পাই প্ৰতিভাও ওলাই আহিল

"কিহে! বিপিন আহিলানে ?"

"হয়, খুড়ীদেউ, আহিলোঁ।"

প্ৰতিভাই ইয়াৰ পিচত একো নকৈ গম্ভীৰ ভাৱে চকী এখনত বহি পৰিল। অলপ সময়ৰ কাৰণে যেন সকলো নিস্তব্ধ। এই নিস্তব্ধতা ভেদ কৰিবলৈকে যেন বিপিনে আকৌ নজনাৰ ভাও ধৰি প্ৰতিভাক সুধিলে—"বোলে দদাইদেউৱে সংখ্যাগৰিষ্ঠ দলত যোগ দিলে ?"

বিপিনে ঘকৰা সকলো কথাৰে ভূ ৰাখিব এই কথাটো প্ৰতিভাই ভাল নেপালে আৰু মুখ বিদৰাই উত্তৰ দিলে -"সেইবোৰ কথাৰ মই একো সম্ভেদ নেপাওঁ !"

ইতিমধ্যে হাতত চাহৰ কাপ আৰু খোৱাবস্তুৰ প্লেটেৰে সজোৱা ট্ৰেখন লৈ অমিয়া আহি তাত উপস্থিত হ'ল। আৰু কথাবতৰাৰ সুৰ বুজিব পাৰি উত্তৰ দিলে—"অকল যোগ দিয়াই নহয়, এইবাৰ দলৰ ডিষ্ট্ৰিক্ট প্ৰেচিডেণ্ট নিৰ্বাচিত হৈছে।"

"তেনেহ'লে খুব ভাল কথা হৈছে।" বিপিনে ক'লে।

"বৰ বঢ়িয়া সুবিধাও হৈছে !"—মিচিকিয়া হাঁহিৰে সৈতে দা ভাণ্ডি ভাণ্ডি তেতুচানি কৰি অমিয়াই কয়।

"কিহৰ সুবিধা হৈছে ?"—বিপিনে সোধে।

"লাহে লাহে বুজিব"—ওঁঠত হাঁহিৰে সৈতে অমিয়াই আকৌ উত্তৰ দিয়ে।

প্ৰতিভাই এনে আৱদাৰৰ কথা-বতৰা অলপো ৰুচিসম্পন্ন যেন নেপাই কৈ উঠিল— "যা যা, তই এতিয়া এই কাজলামিবোৰ বাদ দি পড়াকোঠালৈ গৈ কিতাপ জনে।"

এনেদৰে ক'লত অমিয়া লাহে লাহে ওলাই গৈ পঢ়াকোঠাত বহেগৈ। বিপিনেও এইখিনি সময়তে চাহখোৱা শেষ কৰিলে। লগে লগে প্ৰতিভায়ো ক'লে— "যোৱা বিপিন, ভাইৰ পঢ়া কোঠালৈকে যোৱা। মই তামোল ভালৈকে পঠিয়াই দিম।"

বিপিন লাহে লাহে গৈ অমিয়াৰ পঢ়াকোঠাৰ ভিতৰ সোমাল আৰু টেবুলৰ দাঁতিতে সজাই থোৱা অইন এখন চকীতে বহি পৰিল।

"আজি কি আৰম্ভ কৰিবা?" বিপিনে সোধে।

"প্ৰথম দিনাই আহিয়েই একে কোবেই পঢ়াশুনা আৰম্ভ কৰা চাৰ আপোনাকেহে দেখিছোঁ"

"তেনেহ'লে তোমাৰ আজি পঢ়িবৰ মন নাই?"

"মানে পঢ়িবৰ মন নাইকিয়া নহয়, পিচে আজি অইন কথা-বতৰাকে হওঁহক"—অমিয়ে ক'লে।

"বাৰু তেনেহ'লে। তোমাৰ ইংৰাজীৰ ব্যাকৰণৰ জ্ঞানৰ নমুনাকে চাওঁ"

"ইস্ বাম! ইংৰাজী গ্ৰামাৰ সুধিলে মই পঢ়াশুনা একেবাৰেই বাদ দিম!"

"বাৰু গ্ৰামাৰ নোসোধো। তোমাৰ ইংৰাজী গ্ৰামাৰখনৰ নাম কি?"

"ইংলিচ গ্ৰামাৰ মেড্ ইজি বাই ভট্টাচাৰ্য।"

বিপিনে কিতাপৰ নামটো শুনি খুব হাঁহিলে আৰু সুধিলে—

"ইংৰাজী ব্যাকৰণবো মেড্ ইজি চিৰিজ?"

"ককাইদেউ আজিলৈ পঢ়াৰ কথা নুসুধি অইন কথাকে পাতক"—অমিয়াই অতিষ্ঠ হৈ যেন কৈ উঠিল।

ইতিমধ্যে বাপুটীয়ে বটাত তামোল আনি বিপিনৰ আগত থৈছে। বিপিনে তাৰে এখন মুখত সুমাই ল'লে। বাপুটীয়ে বটাটো লৈ গুচি গ'ল। বিপিনক তামোল চোবাই থকা দেখি অমিয়াই ক'লে—"ককাইদেউ, আপুনি তামোল অকলে খায়ে নেথাকে!"

"বটাতে আৰু তামোল আছিল, নখালা কেলেই?"—বিপিনে সোধে।

"তামোল বটাতো আছিল, ভিতৰতো আছে। পাচে আপোনাৰ মনটোহে চালোঁ। আপোনপেটীয়া"—অমিয়াই ক'লে।

"দুষ্ট ছোৱালী, পঢ়াশুনা এৰি ফাজলামি কৰাত ওস্তাদ।"

"আপুনি গানত ওস্তাদ, মই ফাজলামিত ওস্তাদ"—অমিয়াই হাঁহি হাঁহি কয়।

হাঁহিৰ লগে লগে ডালিমৰ গুটী যেন দাঁতবোৰেও লাইটৰ পোহৰেৰে সূৰ্য্যৰ ৰশ্মিৰ দৰে পোহৰ বিলাবলৈ লাগিল।

গোটেই মুখখনতে এটা ৰঙীণ আভাৰে অমিয়াই বিপিনৰ ফালে চালে। বিপিনৰো চকুৰে যেন সেই ৰক্তিম আভাৰ মধু পিয়াৰ সুবিধা ল'লে।

কিবা এটা অব্যক্ত আবেগৰ অভিব্যক্তিত দুয়ো যেন নিতাল মাৰিলে।

নিতাল মাৰি থাকিলে কিবা সন্দেহৰ অৱকাশ হ'ব পাৰে, বিশেষকৈ অমিয়াৰ মাকে কিবা ভাবিব পাৰে বুলি ভাবি বিপিনেই আকৌ কথা আৰম্ভ কৰিলে—

"দদাইদেউৰে ৰাজনীতি কৰাত যে বৰ সুবিধা হ'ব বুলি কৈছিল। অলপ আগতে, সেই কথাষাৰৰ মই একো অৰ্থকে নেপালোঁ"

"একো অৰ্থকে নেপালে ?"

"ঙ"

"মানে কৈছিলোঁ যে দেউতা হয়তো কেতিয়াবা মন্ত্ৰী-তন্ত্ৰী হ'লে সুবিধা হ'ব।"

"সেই কথাতে ইমান স্ফূৰ্ত্তি ? মই ভাবিছিলোঁ অইন কিবা সুবিধা আছে।"—বিপিনে ক'লে।

"অইন কিবা সুবিধাৰ কথা আপুনি মনতে ভাবি আছে নে কি ?"

"তোমাৰ মনত থকা সুবিধাটোৰে কথা মোৰ মনতো আছিছে ।"
—বিপিনে কয়।

দুয়ো যেন দুয়োৰে মনৰ ভাব বুজিলে। অৰ্থপূৰ্ণ হাঁহিৰ কণাই সজানি মাৰিলে।

"বাৰু, ককাইদেউ, আপুনি গুৱাহাটীত থাকোঁতে মই আপোনালৈ দিয়া চিঠিবোৰ পাইনে ?"—অমিয়াই সোধে।

"তুমিনো মোলৈ কেইখন চিঠি দিছিলা ?"

"কেইখন চিঠি দিছিলোঁ বুজ দিবলৈ ছিচাপৰ ৰেকৰ্ড নাই। সম্ভৱ চাৰিখন দিছিলোঁ"—অমিয়াই কয়।

"তেনেহ'লে চাৰিওখনেই পাইছোঁ। মোৰ আকৌ ভয় হয় তোমাৰ চিঠি আমাৰ হোষ্টেলৰ অইন কোনোবা ল'ৰাই পাইব মাৰে বুলি "

"যদি মোৰ চিঠি ঠিকে ঠাকে পাই আছিল, উত্তৰ নিদিয়ে কিয় ?"

"উত্তৰ দিবলৈ খুব ইচ্ছা হয়, বুইছা। পিচে চিঠি তোমালৈ কেনেকৈ দিম ?"

"কেলেই ?"

"কেলেই মানে ? ভুলতে দিলে তোমাৰ মাণ্টৰণী বাইদেউ- হঁতে পাব। দদাইদেউৰ কেয়াৰ অৱত দিলে দদাইদেউৱে খুলি চাব। অৱশ্যে খুলি চালে তাত আপত্তিমূলক কথা একো নেপাব"

"পাচে আপোনাৰ পৰা উত্তৰ পাম বুলি মই কিমান বাট চাই থাকোঁ জানেনে ?"

"মোৰো তোমাৰ পৰা চিঠি ঘনাই পালে বৰ ভাল লাগে বুইছা।"

"জানোঁ জানোঁ, মতা মানুহৰ ফাঁকি। আপোনালোকৰ মনটো বুজা বৰ টান"—অমিয়াই কয়।

"মাইকী মানুহৰ মনটো ভামোজ। মতা মানুহে কালি কালি চায় আৰু সকলো দেখে।

"হয়তো। মাইকী মানুহৰ মনটো কঁহিয়াই চাবলগীয়া হয়। কিন্তু মতা মানুহৰ মনটো কালি চাবলগীয়া নহয়। কাৰ্য্যক্ষেত্ৰতে জনাই পৰে "

"তাৰ মানে ?"

"তাৰ মানে হৈছে মতা মানুহবোৰে যিহা প্ৰয়োজন দি একে সময়তে দেখুদেখুকৈ বহুত মাইকী মানুহৰ মন জয় কৰে আৰু এনেদৰেই বহুতৰে জীৱন নষ্ট কৰি দিব পাৰে। মাইকী মানুহ- বোৰে বুজিব নোৱাৰে।"

"আৰু তাৰ মানে হৈছে মাইকী মানুহবোৰে সুস্থ সবল জোৰী মানুহৰ আৰেণ্টনীত টোপা খাব খোজে। গতিকে তেনে কোনো এজন কৃষ্ণৰ ওচৰত গোপী বহুত ওলায়। কৃষ্ণ দায়ী নে গোপী?"—বুলি কৈ বিপিনে খলখল কৰি হাঁহিবলৈ ধৰিলে।

অমিয়াই একো উত্তৰ দিব নোৱাৰিলে। আৰু কিবা পাৰিলে-হেঁতেন যদিয়ো লাজতে তলমূৰ কৰিলে। বিপিনে আকৌ আৰম্ভ কৰিলে—তোমালোকৰ ছোৱালী বিলাকৰ একো আশে পাব নোৱাৰি বুইছা! কোনো কোনো ছোৱালীয়ে কোনোবা ডেকা ল'ৰাৰ লগত মিলা-প্ৰীতিৰ ভাৱ বঢ়ায় আৰু দুয়ো তাৰ নাগপাশত আবদ্ধ হয়। কিন্তু মাক-বাপেকে যদি কোনোবা ধনী মানুহৰ ল'ৰা এজন বিচাৰি উলিয়ায়, তেতিয়া ছোৱালীয়ে আগৰ প্ৰীতিৰ ভাৱ তেনেই পাহৰি পেলায় আৰু নতুন অতিথিৰ হাতত নিজকে অৰ্পণ কৰিবৰ কাৰণে কুণ্ঠাবোধ নকৰে।"

"আমাৰ ছোৱালীবিলাক তেনে নহয় জানে? ল'ৰাবোৰৰহে একো উৱাদিহ পোৱা টান"— অমিয়াই ক'লে।

"বাৰু দেখিলেহে লিখিম"—বিপিনে উত্তৰ দিলে।

"নেদেখেও নেলেখেও। পিচে নিজে ঠিক থাকিলেই হয়। এতিয়া সেইবোৰ বাদ দিয়ক! কাইলৈ আপুনি সোনকালে আহিব।"—অমিয়াই কয়।

"কাইলৈ উককা! আহিব পাৰিম নে নোৱাৰিম কব নোৱাৰোঁ।"—বিপিনে কয়।

"ক'তনো ইমান কাম আছে যে ৰাতিও আহিবলৈ সময় নোজায়?"—অমিয়াই সোধে।

"কতো কাম নাই, ঘৰতে আছে। বজাৰ সমাৰ কৰি সেউতাহঁতক অলপ আচৰণ সহায় সাৰধি কৰি দিব লাগিব"—বিপিনে কয়।

"ভাল কথা। তাৰ পাচতো আহিব।"

"যদি নোৱাৰোঁ নাহোঁ।"

"তেনেহ'লে বিহুৰ দিনা ৰাতিপুৱা বা দুপৰীয়াৰ আগতে আহিব।"

"পাৰিলে আহিম। মোৰ পিচে অন্য ঠাইতো নিমন্ত্ৰণ আছে।"—অমিয়াৰ মনত খং তুলিবলৈকে যেন বিপিনে ক'লে।

"এৰা, এৰা, নিমন্ত্ৰণ থাকিবতো। গ্ৰেজুৱেট হোৱাৰ নিমিত্তে ক'ত জনাই আহ্বান কৰি দুৱাৰ মুকলি কৰি ৰাখিছে।"

"মইনো ক'ত গ্ৰেজুৱেট হলোঁহে। মিছা কথাবোৰ কিয় কোৱা। বাৰু আহিম আহিম। নাহিলে তুমি বেয়া পাবা নহয়।"

এনেকৈ দুয়োটাই উখনা উখনিকৈ থাকোঁতে অমিয়াৰ মাক প্ৰতিভা আহি পঢ়াকোঠাত সোমালহি। বিপিন আৰু অমিয়াই যে পঢ়াশুনা নকৰি কিবা কথা পোৰাই আছিল এই কথাৰ উমান প্ৰতিভাই লৈ আছিল। গতিকে যেন পঢ়াশুনা কেনে চলিছে তাৰে অনুসন্ধান কৰিবলৈকে তেওঁ সোমাই আছিল।

"কিহে! অমিক পঢ়াশুনাত কেনে যেন দেখিছা?"

"আজি এওঁৰ পঢ়াশুনা কৰিবৰ ইচ্ছাকে যোৱা নাই বোলো?"—বিপিনে ক'লে।

"এহ! এহ! এওঁৰনো ইচ্ছা কেতিয়া যায়?"—প্ৰতিভাই মুখ বিদৰাই কয়।

"তথাপিতো মই এওঁৰ কিতাপ পত্ৰৰ বুজবাজ লৈ মেচম-বোৰৰ আওভাও এটা পাবলৈ চেষ্টা কৰিছোঁ। তেতিয়াহে কাইলৈৰ পৰা এওঁৰ পঢ়া আৰম্ভ কৰিব পাৰিম"—বিপিনে ক'লে।

"ভাল কৰিছা বোপাই! যত চকোঁপাতি ছোৱালী! অকণ কেৰাকৈ ধৰিলেহে যদি পঢ়ে"—মাকে ক'লে।

"যা যা তই ইয়াত ওস্তাদি কৰিবহি নেলাগে"—অমিয়ে মাকক লাজ আৰু অভিমানৰ সুৰেৰে টানকৈ কয়।

"তুমি হৰপাই ইয়াকে শিকিছা। ডাঙৰ মানুহৰ প্ৰতি কটু ব্যৱহাৰ?"—বিপিনে সোধে।

"তেওঁকনো এইসবে পঢ়াৰ মাজত মাতঃধৰা কৰিবলৈ কোনে মাতিছে?"—অমিয়াই কয়। একটি মাত্ৰ সন্তান অমিয়াই মনত দুখ পাই বুলি মাকে একো টান কথা নকলে। বৰং পঢ়াত ব্যাঘাত হয় বুলি মাহেকে তাৰ পৰা আঁতৰ হ'ল।

"তুমিনো খুড়ীদেউক ইমান টান কথা কিয় কলা ?"—বিপিনে সোধে।

"আমি পঢ়াশুনা নকৰি কিবা মজ্‌লিচ্‌ কৰি আহোঁনেকি তাকে চাবজেহে তেওঁ আহিছে।"

"কিনো বেয়া কৰিছে। নিজৰ ল'ৰা-ছোৱালীৰ প্ৰতি মাক-বাপেকে সতৰ্কতা অবলম্বন কৰা উচিত।" —বিপিনে ক'লে।

"সেই বুলি আমাৰ কৰ্ত্তব্য আমি নেজানোঁনে কি ?"—অমিয়াই সোধে।

"এহ, এহ। এনে কৰ্ত্তব্য জনা জনী! এহ চাৰ, আজি নপঢ়োঁ, প্ৰথম দিনা আহিয়েই পঢ়াৰ আৰম্ভ ইত্যাদি কিমান বিলাক ওজৰ-আপত্তি।"

"তথাপিতো সন্তানৰ মনত তৃপ্তি পোৱাত পিতৃমাতৃয়ে কিয় ব্যাঘাত কৰিব ?"—অমিয়াই কয়।

"পিতৃমাতৃয়ে নিজৰ সন্তানৰ ওপৰত সদায় চকু ৰখা উচিত।" —বিপিনে উত্তৰ দিলে।

"আই বোপাইয়ে ভাল পায় ল'ৰা-ছোৱালীৰ আনন্দৰ পথত বাধা দি আৰু ল'ৰা-ছোৱালীয়ে ভাল পায় মাক-বাপেকৰ চকুত ধূলি মাৰি"—অমিয়াই কয়।

"তুমি কথাটো ভুল বুজিছাঁ। মাক-বাপেকে সন্তানক বং কৰা দেখিলে ভালহে পায়। মাত্ৰ চকু দিয়ে কন্তেকীয়া বও-বহইচত মজি থাকি ভবিষ্যত বয়বাদ কৰে বুলিহে।"

"সেই কাৰণেই ল'ৰা-ছোৱালীয়ে মাক-বাপেকৰ কথাক আওকাণ কৰে।"

"সেইটো তেনেহ'লে ভুলহে হ'ল ?"

"ভুলহে হ'লতো। তেওঁবিলাকে কথাবোৰ তেওঁবিলাকৰ দৃষ্টিকোণৰ পৰাহে চায়"

"তাৰমানে তুমি কি কবিছা ?"

"তাৰমানে,—ল'ৰা-ছোৱালী ভাল হৈ তেওঁলোকৰ মনত ভবিষ্যত আনন্দ দিব—এইবুলি মাক-বাপেকে কন্তেকীয়া সুখৰ পৰা নিষেধক

বিৰত ৰাখিব খোজে। ল'ৰা-ছোৱালীয়েও প্ৰতিক্ৰিয়া হিচাপে কল্পেকীয়া সুখতে মজি থাকিব খোজে।"

"যেনেকৈ তুমি এতিয়া মজি আছা!"—বিপিনে জপাই দি হাঁহিবলৈ ধৰে।

"আৰু আপুনি আই-বোপাইক এৰি ঘ'ত মজি আছে!" অমিয়াই অভিমানেৰে চাদৰখন উচাত মাৰি দি গুচি যাব খুজি কয়। তেনেকৈ উচাত মাৰি দিওঁতে চাদৰখন বেৰত থকা ওপৰৰ 'বেক্' ডালৰ হুকটোত লাগি ধৰাত চাদৰখন খহি পৰে আৰু অমিয়াৰ বুকুখন উদং হৈ যায়। অমিয়া লাজতে ৰঙাজঙা পৰি একো নাই হয়। ৰঙীণ আভাৰে সৈতে অমিয়াৰ সৌন্দৰ্য্যটো বিপিনৰ চকুত পৰিস্ফুট হয়। ধৈৰ্য্যৰে থাকিব নোৱাৰি যেন বিপিন অমিয়াৰ ওচৰলৈ গৈ চাদৰখন হুকটোৰ পৰা একৰাই দিয়ে। অমিয়াই লাহে লাহে বিপিনৰ ফালে চাই ওলাই যায়। বিপিনো লাহে লাহে ঘৰৰ ফালে ৰাওনা হয় আৰু ভাবে—

"অমিয়াই কোৱা কথাষাৰতো হুবহু মোৰ গাতে ফলিয়াইছে।"

( ন )

দিনৰ প্ৰায় বাৰটামান বাজিছে। বিহুৰ দিন বুলি সকলোৰে উলহমালহ লগাইছে। সকৰে ডাঙৰক সেৱা সৎকাৰ কৰা, ডাঙৰে সৰুক উপহাৰ দিয়া আদি কামতে যেন পৃথিৱীয়ে কেউপিনে খদমদম লগাইছে। নবোৱাৰীয়েকহঁতে ওচৰতে থকা ৰৰজনাক, দদাপেহুৰ আদিক সেৱা সৎকাৰ কৰি বিহুৰ জা-জলপানৰ ভাগ লৈ উভতিছে। ল'ৰাৰ হুচৰিৰ ঢোলৰ চেওৰে চেওৰে যেন সকলোৰে গা জাতিছে, পেপাৰ চিহিতি চিহিতি সুৰে সকলোকে যেন উজহৰ মাদলীহে কৰিছে।

ইমান এটা আনন্দৰ দিনতো যেন অমিয়াৰ মনত শান্তি নাই। পুৱাতে পা পা ধুই চাহ-জলপান খাই লৈ এবাৰ ওলাইছে, পদুলি-মুখলৈ চাইছে, আকৌ যেন এটা হুমুনিয়াহ টানি ভিতৰ সোমাইছে। কেউফালে সজীৱতাৰ মাজতো যেন তাইৰ মনটো উৰ্দা।

"আজি যেন অমিৰ মনটো কেনেবা কেনেবা দেখিছোঁ!"—মকৰাই প্ৰতিভাক লোৱে।

"জানো, আপোনাৰ ছোৱালীৰ মন আপুনিহে জানে"— প্ৰতিভাই কয়।

"কেজেই, ভাইবনো কি হ'ল তুমি কব নোৱাৰানে কি?"— বকৰাই সোধে।

"মই কেনেকৈ কওঁ!"—প্ৰতিভাই কয়।

"তুমি ক'ব নোৱাৰিলে কোনে ক'ব?"

"ভাইক সোধক তাই ক'ব নহয়!"

এনেদৰে ক'লত বকৰাই অমিক মাত লগায়— "অমি, অ' অমি!"

অমিয়াই কিন্তু মাক-বাপেকৰ কথা-বতৰা ওচৰৰ কোঠাৰ পৰা শুনি আছিল। মনৰ অস্থিৰ ভাবটো লুকাই ৰাখি "কি কৈছে, দেউতা বুলি" একে কোবেই আহি দেউতাকৰ ওচৰত থিয় দিজেহি।

"তোৰ আজি কি হৈছে অ'। দেখোন মনটো মাৰি আছ!"— বকৰাই সোধে।

"ক'তা, মোৰ একো হোৱা নাই।"

"কিবা উচাত নিচাত খন কৰি ৰাজভিতৰ কৰি থকা যেন দেখিছোঁ।"

"বিপিন ককাইদেউক মাতিছিলোঁ বিহু খাবলৈ। অহা নাই কাৰণে আহিছেনে নাই অহা মন কৰিহে আছোঁ।"

"বিপিন দেখোন কালিয়ো তোক পঢ়াবলৈ অহা নাই, কিবা বেয়া পাইছেনে কি?"

"কালি বোলে ঘৰত কিবা কাম আছিল। নাহিব বুলি পৰহিয়েই কৈ গৈছিল।"

বাৰু ভেনেহ'লে। তই এতিয়া যাচোন, মোলৈ চাহ একাপ কৰি আনগৈ"

"ভাল বাৰু" বুলি অমিয়া পাকঘৰৰ ফালে গুচি গ'ল।

"বিপিনক তুমি বিহু খাবৰ কাৰণে নিমন্ত্ৰণ কৰিছিলানে কি?"— বকৰাই প্ৰতিভাক সোধে।

"মই নাই কৰা"—প্ৰতিভাই উত্তৰ দিলে

"সেই কাৰণে বোধকৰোঁ নাহে। তুমি একমাত্ৰ ক'ব লাগিছিল।"

"বিহ খাবলৈ বুলি মাতি তেনেকৈ কেছিকৈ কোনেও যোৱা বেয়া।"

"তথাপিতো মুখ ৰাখি কৈ থ'ব লাগিছিল"

"সকলো সময়তে তেনেকৈ লাই দিয়া পিছত্তহে পস্তাব"

"তথাপিতো অমিৰ মনত বেজাৰ দিব নোৱাৰি"—বকবাই কয়।

"সকলো সময়তে হোৱালীৰ কথাই কথা হ'ব নোৱাৰে"—প্ৰতিভাই কয়।

"হোৱালীৰ কথা নুশুনিলে যদি অশান্তি হয়, অশান্তি ভোগ কৰিনো কিমান থাকিবা? হোৱালীৰ সুখেই আমাৰ সুখ"—বকবাই কয়।

"তাই সক হোৱালী কিটোনো বুজে। আমাৰ ভাজপোৱা বেয়াপোৱা কথাটোৰ বাদেও আমাৰ বংশৰ গৌৰৱ আৰু সামাজিক মৰ্য্যাদা বোলা কথা এটাও আছে। অচিনাকি কোনোবা এটাৰ জগত পলাই গৈ যদি তাই সুখী হয়, তেতিয়াও আপুনি সুখী হ'বনে?"—প্ৰতিভাই সোধে।

"তেনেকৈ পলাই যোৱা ল'ৰা-হোৱালী মৰিল বুলি এৰি দিয়াই ভাল। নিজৰ বংশৰ কুখ্যাতি অনা ল'ৰা-হোৱালীৰ কোনো আৱশ্যক নাই।" এনেকৈ কওঁতেই অমিয়ে চাহ একাপ লৈ সোমাই আহে। বকবাই চাহ কাপ হাতত লৈ কয় "অমি মোৰ চাদৰখন চাই দেচোন। মোৰ অলপ কাম আছে, মই ওলাই যাওঁ।"

অমিয়ে চাদৰ আনিবলৈ বুলি ড্ৰেচিং ৰুমলৈ সোমাই যায়। বকবাই চাহত শোহা মাৰিবলৈ আৰম্ভ কৰোঁতেই বিপিন ভিতৰলৈ সোমাই আহে। বিপিনক দেখি বকবাই ক'লে—

"অ' বিপিন নেকি? আঁহা মই ভাবিছিলোঁ কালি পথুলি তোমাক আজি বিহ খাবৰ কাৰণে মাতিম। পাচে তুমি কালি মাৰিছিলাই। তুমি মাহীৰ বুলিছে ভাবিছিলোঁ।"

"বিহু খোৱাটো হওক নহওক, বিহুৰ দিনা দেখা এটা দিয়া ভাল বুলিছে আহিলোঁ"—বিপিনে ক'লে।

ইতিমধ্যে বকবাই চাহ খোৱা শেষ কৰিলে আৰু লগে লগে অমিয়ায়ো চাদৰখন আনি বকবাক দিলেহি। বকবাই চাদৰখন হাতত লৈ বিপিনক ক'লে—"ভাল কৰিলা। পিছে তুমি এতিয়া বহাঁ। মোৰ অলপ লেঠা আছে, মই ওলাই যাওঁ"

বিপিনে "ভাল" বুলি কোৱাৰ লগে লগে বকবা ওলাই গ'ল

অনাৱশ্যকীয় অতিথি হ'লেও প্ৰতিভাই ভদ্ৰতাৰ খাটিৰতে বিপিনক ক'লে— "তোমাক বিহু খাবলৈ মাতিবলৈ সুবিধাই নেপালোঁ। আজি তুমি নিজে অহাত মনতে লাজহে পাইছোঁ" আৰু এইদৰে কৈ প্ৰতিভা লাহে লাহে কোঠাৰ পৰা ওলাই গ'ল।

অমিয়াৰ মাকে যে অনাহুত উপস্থিতিটো ভালপোৱা নাছিল সেই কথা তেওঁৰ এনে মতি গতিৰ পৰা বিপিনে বুজিলে যদিয়ো মনতে ভাবিলে— "মইতো এওঁবিলাকৰ কাৰণে ইয়ালৈ অহা নাই।"

ভালপোৱাই সৌজন্যৰ আৱদাৰ নেমানে আৰু লাজৰ ওৰণী খহাই পেলায়।

"বিপিন ককাইদেউ, আপুনি ইমান বেলি কৰিলে কিয়?"—অমিয়াই সোধে।

"ক'তা, একো বেলি হোৱা নাই।"—বিপিনে কয়।

"হয় হয়, গধূলিয়েই কলোঁ যে আপুনি সোনকালে আহিব। আপুনি কাণসাৰেই নকৰিলে"

"ঘৰত কোনো মানুহ নাই নহয়। অলপ অচৰপ ইফাল সিফাল কৰি নিদিলে মাৰ বৰ কষ্ট হয়।"

"মাককনো এৰি থৈ আহিল কিয়?"—অমিয়াই খঙৰ ভাৱত কয়।

"সঁচাকৈয়ে মাক এৰি থৈ অহাটো অন্যায় হৈছে"—বিপিনে উত্তৰ দিয়ে।

"যাওক, যাওক, মাকৰ কোলাতে সোমাই থাওকগৈ"

"কোলাত নাথাকিলেও মাৰ মৰম নেওচি তোমাৰ ওচৰলৈ চেকুৰ মেলাটো অন্যায় হৈছে।"

"যাওক গৈ তেনেহ'লে! অম্যায় কাম এটা কৰিব লাগিছে কিয়?"—অমিয়াই মুখ ওফন্দাই খঙতে ৰঙা পৰা যেন হৈ অভিমানৰ সুৰত কয়।

"আহিলোঁ যেতিয়া তুমি খং কৰিলেও নাযাও। ওজনটো তোমাৰ ফালে বেছি, বুজিছা।"

"থক, থক, ভাও দিব নেলাগে।"

"ভাও নহয় বুইছা। সঁচা কথাহে কৈছোঁ। মাক-বাপেকে ইচ্ছা কৰে তেওঁবিলাকৰ মৰমৰ চৌপাশে সন্তান ঘূৰিব, তেওঁ-বিলাককে কেন্দ্র কৰি। নিজকে কেন্দ্র কৰি অকণ তেনে এটা কাল্পনিক বৃত্তৰ অন্বেষণত সন্তানো বাহিৰ হয়। মৰীচিকা খেদাৰ নিচিনা এটা কথা। ইয়ো এটা সৃষ্টিৰ বৈষম্য।" এইবুলি কৈ বিপিনে বাহিৰৰ কমলৈ গুলাই যাব খোজে।

"যাওক, যাওক, মাকৰ ওচৰলৈ যাওকগৈ"—অমিয়াই কয়।

"নহয়, মই মাৰ ওচৰলৈ নেযাওঁ। আজি বিহুৰ দিনা তোমাক ইমান সোনকালে এৰি গ'লে মোৰ আত্মায়ে তৃপ্তি নেপাব।"

"তেন্তে কলৈ যায়?"

"ৰবা মই আহিছো। তোমালৈ বুলি মই এটা বস্তু আনিছিলো। খুড়ীদেউহঁত থকাত বেৰৰ পহচাজখনৰ আঁৰতে থৈ আহিছিলো। এতিয়া আনোগৈ।"

খন্তেকতে বিপিনে পাঁচোটা ৰঙা ফুলৰ এটা থোপা হাতত লৈ আহি সোমাই আহে আৰু অমিয়াৰ বুকুৰ ওপৰত চাদৰত লগাই দিয়ে।

অমিয়াই বিপিনৰ পৰা এনে এটা সুন্দৰ উপহাৰ পাই আনন্দত উৎফুল্ল হয়। আৰু কৈ উঠে—"বৰ ধুনীয়া ফুল, ক'ত পালে কওক না।"

"কেৱা পাইছা নেকি? ফুলৰ থোপাটো তোমাৰ মনঃপুত হোৱা নাইনে কি?"

"ইমান ধুনীয়া ফুলৰ থোপা । বেয়া লাগিব কিয় ?" এইবুলি কৈ ফুলৰ থোপাটো অমিয়াই চাদৰৰ পৰা একবাৰ ব্লাউজটো দাঙি বুকুৰ মাজত তাৰ ঠাবিবোৰ সুমাই দিয়ে । ৰঙা ফুলৰ থোপাটো ক্ৰীম ৰঙৰ ব্লাউজটোৰ মাজেদি বগা বুকুখনৰ ওপৰত তিৰবিৰাই উঠে ।

"বাঃ বাঃ এতিয়াহে তোমাক বেচ ধুনীয়া দেখা হৈছে।"—বিপিনে কয় ।

"এনেকৈ ঠাট্টাখন কৰি থাকিলে মই ইয়াৰ পৰা গুছি যাম"

"তুমি ইয়াৰ পৰা গুছি গ'লে মই খেদি ফুৰিম"

"তেনেকৈ খেদি ফুৰিলে মানুহে পাগলহে বুলিব"—অমিয়াই কয় ।

"আই বোপাইক এৰি লোকৰ গাভৰু ছোৱালীৰ লগত লগ লগা কথাটোৱেই পাগলামি ।"

অমিয়াই খিলখিলকৈ হাঁহি দিয়ে ।

বহুত সময় এনেকৈ নিতাল মাৰি থকাৰ পিচত খিলখিলনি হাঁহিয়ে প্ৰতিভাৰ মনত সন্দেহ জগাই তুলিলে । লাহে লাহে গৈ লক্ষ্য কৰি সন্দেহজনক একো নেদেখিলে । তথাপি গহীন ভাৱত দাবী দিয়া যেন কৰি ক'লে—"কিহৰ ইমান সময় খিকিন্দালিখন মাৰি আছ অ' । বিপিন ককাইদেউৱেৰক বিহু খাবলৈ মাতিছু আৰু ইমান সময় চাহ এটোপাও দিয়া নাই । যা বেগতে বাপুটীক চাহ অকণমান কৰি আনিবলৈ ক'গৈ । তেওঁ ইয়াতে সোমাই থাকিব পাৰেনে ? ঘৰলৈ সোনকালে যাব নেলাগেনে কি ।"

বিপিনে বুজিলে যে অমিয়াৰ মাকে তাৰ উপস্থিতিটো বেছি সময় আৰু বাঞ্ছা নকৰে ।

অমিয়াই লাহেকৈ পাক ঘৰলৈ গৈ বিপিনৰ কাৰণে বাপুটীক চাহ জলপানৰ যোগাৰ কৰিবলৈ ক'লে । গুলাই যাওঁতে প্ৰতিভাই অমিয়াৰ বুকুত ফুলৰ থোপাটো দেখিলে । গতিকে লগতে খোপাটো মোৰা দি গৈ তেওঁবো পাকঘৰত সোমাল আৰু সুধিলে—

"এইটো ফুলৰ থোপা কৰ পৰা আনালি ?"

"অনালোঁ মা । ম'বে পৰা অনালোঁ লাগিলে তোকমো কেলেই ?"—অমিয়াই উত্তৰ দিলে । কথা কিয়ৰ যেন দেখি প্ৰতিভাই আৰু নুখুচৰিলে ।

অলপ সময়ৰ পিচতে অমিয়াই বিপিনৰ কাৰণে খোৱাৰ সামগ্ৰী লৈ বিপিনৰ ওচৰত উপস্থিত হ'ল। আৰু ট্ৰেখন টেবুলৰ ওপৰতে থৈ 'টিপয়'খন বিপিনৰ আগলৈ টান মাৰি আনি খোৱাবস্তুবোৰ তাতে সজাই দিলে। বিপিনে খোৱাবস্তুবোৰ দেখি বিজবিজাই উঠিল—

"ইহ ৰাম! ইমানবোৰ বস্তু মই একেবাৰতে কেনেকৈ খাম!"

"পাৰিব, পাৰিব, খাওক। ভদ্ৰতা ৰক্ষা কৰিব নেলাগে"

অমিয়াই এনেদৰে কোৱাৰ লগে লগে বিপিনে খোৱা আৰম্ভ কৰি দিলে।

"কিনো বিহ খাব! দোকানৰ চাহ মিঠাইৰ বিহুত একো সোৱাদ নাই"

"মায়ে ভজা ঘৰৰ পিঠাবোৰো সোৱাদ নেপালে। দেখোন এইবাৰ।"

"যিমানে বয়স হৈ যায়, সিমানে মাকৰ ৰন্ধা বস্তুবোৰতো সোৱাদ নাইকিয়া হৈ পৰে।" —অমিয়াই কয়।

"তাৰ কাৰণ ?"

"মাকৰ পাৰ পৰা গৃহলক্ষ্মী চলি যাবলৈ উপক্ৰম কৰে"— অমিয়ে হাঁহি কয়।

"আমাৰ লখিমীয়েও তেনে উপক্ৰম কৰিছেনে কি ?"

"জানো। আপুনিহে ক'ব পাৰে। সোৱাদ কিমান দূৰ নাইকিয়া হৈছেগৈ।"

এইদৰে কথা বতৰা পাতি থাকোতেই বিপিনৰ খোৱা শেষ হৈ যায়। অমিয়াৰ মাক আৰু সোমাই আহি চকী এখনতে বহি পৰেহি। লগে লগে অমিয়া ওলাই যায়।

প্ৰতিভাই বহিৰেই বাপুটীক মাত দিয়ে।

বাপুটীয়ে আহি প্ৰতিভাক সোধে—"কি হ'ল আইদেউ।"

"চাহহে দিলা। তামোল নিদিলা দেখোন। তামোলৰ কাৰণে তেওঁ কিমান সময় বহি থাকিব। সোনকালে আনাগৈ।"

বাপুটী তামোল আনিবৰ কাৰণে ওলাই যায়।

বিপিনেও উপায় নেপায় মুখ বাখি কৰলগীয়াত পৰে—"এৰা, বোবা। বেগতে আনা। বিহমুখীয়া কথা। বৈ থাকিব নোৱাৰোঁ।"

"এ নকবা বোপাই, কিমান মানুহ আছে। মাৰাইনো অকলে কি কৰিম। তুমি অলপ গৈ সহায় সাৰথি কৰিলেহে হ'ব।"—প্ৰতিভাই কয়।

ইতিমধ্যে বাপুটীয়ে তামোলৰ বটা আনি দিয়ে।

বিপিনে তাৰে এখন মুখত ভৰাই লৈ "যাওঁ খুড়ীদেউ" বুলি উঠে।

প্ৰতিভায়ো "অ' বোপাই যোৱা" বুলি বিপিনক পথিয়াই দিয়ে।

( দহ )

"মই নকৈছিলোঁনে আগতে। আপুনি জানো মোৰ কথালৈ কাণ দিয়ে?" বেনুধৰ বৰুৱাৰ অফিচ কামতে বহি নানা ঘৰুৱা কথা পাতি থকাৰ মাজতে প্ৰতিভাই কয়।

"কিটোনো কৈছিলা কে নেপেলোৱা কিয়?"—বৰুৱাই কয়।

"এতিয়া মনত নপৰাৰ ভাও জুৰিছে।"—প্ৰতিভাই যেন দোষাৰোপহে কৰে।

"মোৰ গাত কিহৰ দোষ দিছা, কি হৈছে আৰু মইনো কি কৈছিলোঁ একো মনত নাই। ভালকৈনো বুজাই নোকোৱা কিয়?"—বৰুৱাই সোধে।

"আমাৰ মাইকী মানুহৰ বেচ মনত থাকে নহয়, বুইছে পাহৰাৰ নোৱাৰে"

একেটা কথাকে চেপি থকাৰ কাৰণে বৰুৱাৰ খঙতে হাঁহি উঠিল—"উস্। ভাল মানুহজনী হ'ল!"

"মই বেয়া হ'লোঁতো। কাৰণ মই কোৱা কথা পাহৰি নেযাওঁ।"

"এনেকৈ অতিষ্ঠ কৰিছা কিয়?"—বৰুৱাই সোধে।

"মই নকৈছিলোনে আগতে যে বিপিনক অমিয়াৰ লগত লগ লগাই নিদিব। সকবে পৰা একেলগে উমলি ফুৰা ককায়েক ভনীয়েক যেন। এতিয়া গচাবটো লগাই দিয়াৰে পৰা কিবাহে হৈছেনে।"

"কি হৈছেগৈ হেঁ। ইমান দিনে নক'লা কিয় ?"

"ইমান দিনে মানে ? পঢ়াৰৰ মাত্ৰ আজি ত্ৰসপ্তাহ/দহ-দিন মানহে হৈছে। তাতে কথা বহুত দূৰ আগুৱাইছেগৈ"

"কেনেকৈ ?"

"বিহুৰ দিনা যে আপুনি দুপৰীয়া ওলাই গ'ল, তাৰ পিচত কি কাণ্ড হ'ল একো নেজানে নহয় !"

"নক'লে কেনেকৈ জানিম !"

"কওঁ শুনক। বিপিনে অমিয়ালৈ বুলি বগাফুলৰ বিহে এটা সুন্দৰ থোপা আনি উপহাৰ দিলেহি !"

"পাচে কি হ'ল ? ফুল এটাও আনি দিব নোৱাৰিবনে ? হয়তো বিপিনে হাততে এনেয়ে অলপ ফুল লৈ আহিছিল, অমিয়াই খুজি ল'লে ?"

"কথাটো সিমান চমুহোৱাহেঁতেন ভাল আছিল। মই মতি-গতি অলপ বেলেগ যেন দেখিছেঁ কৈছেঁ।"

"তুমি আকৌ এনেয়েও কুটুকাৰ জোপাতে বাঘ দেখা"— বকুলাই কয়।

"মই এনেয়ে ইমান কোহাল কৰা নাই, কাৰণ আছে !"— প্ৰতিভাই উত্তৰ দিয়ে ।

"তেনেহ'লে পঢ়োৱাৰ সময়ত তুমি ওচৰতে বহি থাকি নজৰ ৰাখিবা"

"তেনেকৈ গৰু বথাদি ৰাখি থকা বৰ টান হ'ব। মোৰ মনেৰে বিপিনক একেবাৰে বিদায় দিয়াই ভাল হ'ব।"

"একেবাৰে বিদায় দিলেই জানো কথাৰ ওৰ পৰিব ? যদি তুমি কৰা সন্দেহটোৰ কিবা সত্যতা আছে, তেতিয়াহ'লে, সিহঁতক আঁতৰ কৰি ৰাখিলে জুইত ঘিঁউ ঢলাহে হ'ব !"

"একেবাৰে বাগ জপাই দিলে হ'বলা জুইত পানী ঢলা হব !" —প্ৰতিভাই সোধে।

"নহয় তুমি কথাটো বুজা নাই। ভালপোৱাটো যদি সঁচা, তেতিয়াহ'লে অমিয়া আৰু বিপিনক আঁতৰাই দিলেও ক'ত জল

লাগিব ক'ব নোৱাৰা। ধৰি লোৱা লগ নেলাগিলেই, তেতিয়া ইটোৱে সিটোক আঁতৰৰ পৰা ইমান স্পষ্টকৈ দেখিব যে শাৰীৰিক দেখা নহ'লেও মানসিক দেখা সদায় হ'ব। প্ৰেম অন্ধ, কিন্তু ইয়াৰ দৃষ্টিশক্তি তীক্ষ্ণ।"

"জানো তেনেহ'লে কি কৰে কৰক। পিচত অনুতাপ নকৰিব"—প্ৰতিভাই কয়।

"অনুতাপ কৰিব লগা নহ'ব বোধকৰোঁ। তুমি অলপ নজৰ ৰাখিবা। এতিয়াৰ দৰে দুয়োটা একেলগে থাকিলে দুয়োটা ক্ষান্ত থাকিব। কিন্তু তাকে নকৰি যদি বিপিনৰ টিউচন একৰাই দিওঁ, সি মানুহৰ মনত সন্দেহ হে জন্মাব।"

"মই ওচৰতে চকী এখন পাৰি বহি থাকিলেহে হ'ব।"

"তেনেকৈ বহি থাকি বিপিনৰ মনত বেয়া পোৱাবও নেলাগে, কাৰণ সি ভাবিব যে মোৰ পঢ়োৱা নপঢ়োৱাৰ তদাৰক কৰিবলৈকে বহি আছে। তেনে সন্দেহ হ'লে সি নিজেই এৰি দিব। টিউচন কৰা মানে গোলামি কৰা নহয়। আকৌ তাক তেনেকৈ হাতৰ পৰা এৰি দিবও নোৱাৰি। কাৰণ তেনে ভাল ল'ৰানো নগাৰঁত কেইটা আছে?"—বৰুৱাই টানি কয়।

বেণুধৰ বৰুৱাৰ এনে মন্তব্যৰ ওপৰত প্ৰতিভাই আৰু একো উত্তৰ নেকাঢিলে।

সেইদিনাৰ পৰা অমিয়াৰ পঢ়াৰ সময়ত প্ৰতিভাই সিহঁতৰ ব্যৱহাৰৰ ওপৰত চোকা নজৰ ৰাখে।

এনেকৈয়ে দিনবিলাক যাবলৈ ধৰিলে।

বিপিনে আজিকালি অমিয়াক পঢ়াওঁতে আৰু আগৰদৰে ফাজ-লামি কৰিব নোৱাৰে। অমিয়াও খিতিওৱাজি কৰিবলৈ এৰি দি পঢ়াত মন দিবলৈ বাধ্য হ'ল।

সাৱধান যিমানে লোৱা যায়, সুবিধাও সিমানে ওলায়।

যৌৱনৰ অতৃপ্ত কামনা গহ্বৰা দিলেই ক্ষান্ত নহয়। কতেকৰ কাৰণে মুক হ'ব পাৰে যদিও ই নিজৰ পন্থা উলিয়াই আপোন বাটেৰে খোজ ল'ব।

বিপিন আৰু অমিয়াৰো তেনে হ'ল। পচাকোঠাত ভূমিকা গ্ৰহণ নকৰিলেও সিহঁতৰ ভালপোৱা তুঁহ জুইৰ দৰে ভিতৰে ভিতৰে জ্বলি গম্‌গমীয়া হ'ল। কথা-বতৰাৰ আতিশয্য কমিল হয়, চিঠি পত্ৰৰ আদান-প্ৰদান বেছি হ'ল। দুয়ো ঘৰত লিখা চিঠি কিতাপৰ মাজত সুমুৱাই দুয়োকে দিয়ে, দুয়ো পায়।

এদিন কাছাৰীৰ পৰা আহি চাহ জলপান খাই বৰুৱা বাহিৰৰ কোঠাতে বহি আছে। এনেতে প্ৰতিভা আহি বৰুৱাক কলে—"আজি আপোনাক মহিলা সমিতিৰ কুটীৰ শিল্প বিভাগৰ মিটিঙলৈ মাতি গৈছে। পাঁচটা বজাৰ পৰা মিটিং আছে। নাযায় জানো ?"

"ৰাজনীতিত যোগ দিছোঁ যেতিয়া কোনো সভা সমিতি বাদ দিব নোৱাৰোঁ, যাবই লাগিব।"

"তেনেহ'লে ওলাবৰ হ'ল। পাঁচোটা বাজিবলৈ পোন্ধৰ মিনিট বাকী।"

"তুমি নোযোৱা জানো ?"—বৰুৱাই সোধে।

"মই গৈ কি কৰিমগৈ। আগৰে পৰা এইবোৰ কামত ঘূৰা নাই যেতিয়া আওভাও নেপাওঁ নহয়।"—প্ৰতিভাই কয়।

"মই নিৰ্বাচনীত প্ৰতিদ্বন্দ্বিতা কৰিম বুলি ভাবিছোঁ যেতিয়া তুমিও ঘূৰিব লাগিব। সাৰ্বজনীন ভোটদানৰ ক্ষমতা দিয়া হৈছে যেতিয়া মহিলা সমিতি বাদ দিব নোৱাৰোঁ, কাৰণ মাইকী মানুহৰ ভোটেই ফলাফল নিৰ্ণয় কৰিব। তুমি ওলাই মেলি মহিলা সমিতিত ঘূৰিলে বহুত মানুহৰ সৈতে চা-চিনাকি হ'ব পাৰিবা আৰু মানুহৰ সৈতে অহা যোৱা, আহ্লাদ হ'লেই বহুত ভোটো মোৰ কাৰণে সংগ্ৰহ কৰিব পাৰিবা। আৰু আওভাও নোপোৱাৰ কথা যে কৈছা, ওলাই মেলি সমাজত ঘূৰি ফুৰিলেই আওভাওবোৰ পাবা। নামো কৰিব পাৰিবা। একো বিশেষ কথা নহয়।"

"তেনেহ'লেময়ো ওলাব লাগিব ?"—প্ৰতিভাই সোধে।

"ওঁ, ওলাব লাগিবতো"—বৰুৱাই কয়।

"বাৰু, মই ওলাওঁগৈ"—এইবুলি প্ৰতিভাই কাপোৰ পিন্ধিবলৈ বুলি ভিতৰলৈ সোমায়। বৰুৱায়ো ইতিমধ্যে গাভীৰ্ষ্য গেৰেজৰ পৰা

উলিয়াই আনি তৈয়াৰ কৰি ৰাখি ভিতৰলৈ সোমাই যায় আৰু সোধে—"তোমাৰ ওলাবলৈ আৰু কিমান বাকী ?"

"মোৰ ওলোৱা হ'ব দিয়কচোঁন ! পিচে অমিয়াক অকলে এৰি থৈ যাবনে ?"

"মহিলা সমিতিলৈ অমিয়াক লগত লৈ যোৱাৰ একো আৱশ্যক নাই।"—বৰুৱাই কয়।

"আৱশ্যক নাই হয়, পিচে তাই অকলে ঘৰত থাকিবনে ?"

"অলপ সময় অকলেই থাওক, আমিতো ৬ টাৰ আগে আগে পঢ়াৰ সময়লৈ ঘুৰি আহি পামহি।"

"অকল পঢ়াৰ সময়ৰ কথা কোৱাই নহয়, ঘৰখনত ছোৱালীজনী অকলে থাকিবনে ?"

"কিমান সময়ৰ কাৰণেহে ! অলপ পিচত আমি আহিম নহয়"—বৰুৱাই কয়।

"তেনেহ'লে মই অমিক কৈ আহোঁ ৰব"—এইবুলি প্ৰতিভাই অমিয়াক মাতে।

অমিয়ায়ো ওলাই আহি 'কি' বুলি মাকৰ ওচৰত ৰয়হি।

"আমি অলপ ফুৰি আহোঁ। তই অকলে ঘৰত থাকিবি দেই !"—মাকে অমিয়াক কয়।

"তহঁত নো কলৈ যাবি ?"—অমিয়াই সোধে।

"আমি মহিলা সমিতিৰ অফিচৰ পৰা আহোঁ"

"তই অকলে থাকিবলৈ ভয় কৰিবি নেকি ?"—বৰুৱাই সোধে।

অমিয়াই হাঁহি হাঁহি কয়।—"দেউতাই যে কথাবোৰ কয়" !

প্ৰতিভা আৰু বৰুৱা লাহে লাহে গাড়ীত উঠি গুচি যায়।

লাহে লাহে ছটা বাজি যায়। বৰুৱা আৰু প্ৰতিভা কিবা কাৰণত মিটিং এৰি আহিব নোৱাৰে।

আগৰ দৰেই বিপিনো সময়ত আহি পৰে।

অমিয়াই বিপিনক দেখি উধাতু খাই ওলাই আহে। তেনেকৈ চতবৰতবকৈ অহা দেখি বিপিনে সোধে—"কি হ'ল ? আজি বেছি বাংচাজী যেন দেখিছোঁ।"

"আজি হৈছে হোৱাটো। দেউতা-মা অথনিয়েই ওলাই গ'ল এতিয়ালৈকে অহা নাই। অকলশৰে থাকি কেনেবা কেনেবা লাগিছিল। এতিয়া আপোনাক অহা দেখিছে মনটো অলপ থিত লাগিছে"

"তাতে সময় যায়ৰে যায়' হৈছে নহয় চাগে।"—বিপিনে হাঁহি হাঁহি কয়।

"হয়তো, দেউতাহঁত ইতিমধ্যে ঘূৰি আহি পাবহিয়েই। আপুনিনো ইমান বেলিকৈ আহে কেলেই?"

"তোমাৰ মা-দেউতাই আজি এইদৰে তোমাক অকলে এৰি থৈ যাব বুলিনো কেনেকৈ জানোঁ?"

"অৱশ্যে আজিলৈকে তেনেকৈ এৰি থৈ যোৱা নাই।"—অমিয়াই কয়।

"অৱশ্যে দৰ্কাৰ পৰিলে এৰি যাব লাগিব।"—বিপিনে কয়।

দৰ্কাৰ হ'লেই এৰি যাব?"

"ওঁ, এৰি যাব। মানুহৰ নিজৰ প্ৰয়োজনটো আগ, বুইছা।"

"কি কথাবোৰ কয় যে আপুনি। মই তেওঁবিলাকৰ প্ৰয়োজনৰ ভিতৰত নপৰোঁ নেকি?"—অমিয়াই সোধে।

"পৰা তো! পাচে সকলো সময়তে নপৰিবও পাৰা"

"মইতো সকলো সময়তে তেওঁবিলাকৰহে সন্তান"—অমিয়াই কয়।

"সন্তান হ'লেই সকলো সময়তে যে আৱশ্যক হ'ব এনে কথা নহয়।"—বিপিনে উত্তৰ দিয়ে।

"কি কথাবোৰ যে কয় আপুনি।"

"নহয় কেলেই। যেতিয়ালৈকে তুমি তেওঁলোকৰ চাহিদা পূৰণ কৰিবা, তেতিয়ালৈকেহে তুমি তেওঁলোকৰ সন্তান?"

"তাৰ মানে?"

"তাৰ মানে ধৰা—এটা কেঁচুৱাই এটা পুতলা তাৰেই বস্তু বুলি ভাবে। তথাপিতো তাৰ পুতলাটোৰ সকলো সময়তে আৱশ্যক নকৰে। কেতিয়াবা, ধৰিলোৱা মাকে পিয়াহ খুৱাবৰ সময়ত সি পুতলা টুতলা একোকে আদৰ নকৰে।"

"সন্তানৰ পক্ষে পুতলাৰ দৃষ্টান্তটো সঁচা হ'ব পাৰে। কিন্তু মাকে যে ম'বা-হোৱালীক ধুকুৰ পাখীৰ দি পিয়াহ খুৱাই হিয়া উদঙাই দিয়ে তাৰ গুৰিতে আছে ভালপোৱা নাইবা অতিশয় মৰম।"

"পক্ষীৰেও পোৱালীক পাখীৰ খুৱাই মৰমতে পমি যায়"—বিপিনে তপৰাই মাত লগালে।

"তথাপিতো মাকে ল'ৰাক পিয়াহ খুৱাই খুৱাই মৰমতে যে পমি যায় এই কথাৰ অস্বীকাৰ কৰিব নোৱাৰে।"

"হয়েইটো! ভালপোৱা এটা সহজাত প্ৰবৃত্তি আৰু ই নিজৰ তৃপ্তিৰ কাৰণেহে।"—বিপিনে কয়।

"তেনেহ'লে কথাৰ তলি চোঁচ পৰিল। সকলো ভাল কথাৰ অন্ত কৰিলে?"—অমিয়াই সোধে।

"সকলো ডাঙৰ ডাঙৰ কথাই আত্মাৰ বা নিজৰ তৃপ্তিৰ কাৰণে। মোটতে সকলোতে স্বাৰ্থ বুইছা"

"তেনেহ'লে ত্যাগ বোলা এটা কথা নাইনে কি?"—অমিয়াই সোধে।

"ত্যাগৰো আশ্ৰয় লোৱা যায় যে এটা স্বাৰ্থৰ খাতিৰত, হ'ব পাৰে এটা ডাঙৰ স্বাৰ্থ।"

"থক, থক! সব তেনেহ'লে, স্বাৰ্থ, স্বাৰ্থ, স্বাৰ্থ। অলপো বিশ্বাসযোগ্য নহয় আপোনাৰ কথাষাৰ।"

"অলপ ভাবি চালেই কথাষাৰৰ সত্যতা উপলব্ধি কৰিব পাৰিবা। তুমি এতিয়া দদাইদেউ আৰু খুড়ীদেউ নাইকিয়াৰ কাৰণে ভাল পাইছা; কেলেই? যাক আজি পিতৃ-মাতৃ বুলিছা তেওঁলোকৰ কালে একেবাৰেই পিঠি দি মোৰ সান্নিধ্যত অলপ মনত বং পাবা বুলিহে। তেনে এটা তৃপ্তিৰ অন্বেষণত তেনেদৰেই মযো ইয়াত হাজিৰ হৈছোঁ। এতিয়া মই মোৰ কাৰণে তোমাক বুজোঁ। তুমি তোমাৰ কাৰণে মোক বিচাৰি উন্নাওল হৈছা"

অমিয়াই একো মাতিব নোৱাৰিলে।

লাহে লাহে আন্ধাৰ হৈ আহিবলৈ ধৰিলে। কথা-বতৰাত মজি থাকোঁতে কিমান সময় হ'ল অমিয়াই গমকে নেপালে। পাৰ

নোম নেদেখা হ'লত অমিয়াই যেন চক খাই উঠিল আৰু ক'লে—"আমাক এনেকৈ আন্ধাৰে মুন্ধাৰে বাহিৰত থিয় হৈ থকা দেখিলে দেউতাহঁতে কি ভাবিব! যাওঁ ভিতৰলৈ ব'লক না।"

এনেকৈ কৈ অমিয়াই বিপিনক হাতত ধৰি ভিতৰলৈ লৈ গ'ল।

বিপিনে কৈ উঠিল—"ভাবিব কিটো; বেয়াহে পাব, কাৰণ তেখেতসকলৰ জীয়েকে অইন ডেকা ল'ৰাৰ লগত প্ৰণয় সূত্ৰত আবদ্ধ হৈ বাহিৰত ভাব অভিনয় কৰি থাইলক দেখুৱাব আৰু ভাব খ্যাতি কেউফালে ফুটিফাটি যাব এই কথা তেওঁলোকে চাই থাকিব নোৱাৰিব। তোমাৰ ভালপোৱাই যদি তেওঁলোকৰ মৰ্য্যাদা বেজীৰ জলামানো ক্ষুণ্ণ কৰে, তাক তেওঁলোকে সহ্য নকৰিব।"

"থওক থওক আপোনাৰ লেকচাৰখন! কিমান শুনিবা! আহক এতিয়া বহক"—অমিয়াই কয়।

"ক'ত বহিম! তোমাৰ পঢ়াকোঠাত বহাহে ভাল হ'ব।"

"বাৰু তেনেহ'লে আপুনি তাতে বহকগৈ, মই বাপুটীক চাহৰ কথা কওঁ"—এইবুলি ক'লত বিপিন অমিয়াৰ পঢ়াকোঠাত সোমাল আৰু অমিয়া পাক ঘৰৰ ফালে গৈ বাপুটীক চাহৰ কথা কৈ ঘূৰি আহোঁতে বেডিঅ'টো লগাই আহে। আৰু বিপিনৰ ওচৰত বহেহি।

বেডিঅ'ৰ গান শুনি শুনি দুয়ো তন্ময় হয়; বিপিনে অমিয়াৰ হাতত খামুচি ধৰে।

বাপুটীয়ে চাহ লৈ সোমাই আহি তন্ময়তা ভাঙি দিয়ে।

অমিয়াই গুলাই গৈ বেডিঅ'টো বন্ধ কৰি দিয়েগৈ। আৰু ঘূৰি আহে।

বিপিনে সোধে—"কি! বেডিঅ'ৰ গান ভাল লগা নাইনে কি?"

"নাই লগা। আপুনি এটা গাওক না!"—অমিয়াই কয়।

প্ৰত্যক্ষ শাৰীৰিক অভিনয় এৰি ছায়াৰ অভিনয় ভাল লাগে—বেলেগ কথা। সেই বুলি অমিয়াৰ বেডিঅ'ৰ গানতকৈ যে বিপিনৰ নিজ মুখৰ গান বেচি ভাল লাগিব ঠিবাং।

"অৰ্থাৎ প্ৰেমৰ অভিনয় কৰিব লাগে। অৰণো প্ৰেম এটা অভিনয়হে"— বিপিনে কয়।

"আপোনাক কলোঁ এটা আৰু আপুনি গাই কিবাকিবিবোৰহে !"—অমিয়াই কয় ।

"মই ঠিকেই কৈছোঁ ! মই গান গাই গাই তোমাৰ শৰীৰৰ জিমজিমনি তুলি তোমাক মুগ্ধ কৰি ৰাখিব লাগে যেনিবা মই ভাৱৰীয়াহে ।"

বিপিনে এনেকৈ কলত অমিয়াই মুখ ওন্দোলাই পেলালে ।

"মই তেনেকৈ কোৱাৰ কাৰণে তুমি বেয়া পালানে কি ?"—বিপিনে সোধে !

"যাওক যাওক ভাও দিবলৈ নাহিব"—অমিয়াই কয় ।

"মোক ভাৱৰীয়া বুলি ধৰি লৈছা যেতিয়া মই ভাওকে দিছোঁ, পিচে তুমি যদি সঁচাকৈয়ে বেয়া পাইছা মই এটা গান গাবঁ পাৰোঁ ।"

"গাওক না এটা"

"মই গাম বাৰু ! কিন্তু গান গাই থকা যদি দদাইদেউহঁতে আহি শুনে ?"

"আহিলে দূৰতে মটৰৰ গোঁ-গোঁৱনি শুনা যাব নহয় !"

"মোৰ লগে লগে তুমিয়ো গাবা দেই ! মই এলাইন লগাম, তুমি দোচোৰা লাইন গাবাঁ । চিনেমাৰ অভিনয় দেখিছাঁই নহয় ?"—বিপিনে কয় ।

"তেনেহ'লে মই জনা গান এটা গাব ।"

"বাৰু । "জীৱন যাত্ৰাৰ প্ৰথম পুৱাত ৰঙা ৰদালীয়ে, কিনো সপোনৰ বাৰতা আনে" —এই গানটো তোমাৰ মনত আছে নহয় ?"—বিপিনে সোধে ।

"অঁ, সেইটো বৰ ধুনীয়া গান । সুৰটোও মোৰ বেচ মনত আছে, আপুনিয়ে শিকাইছিলে ।"—অমিয়াই কয় ।

"বাৰু তেনেহ'লে গাবাঁ । মই লগাই দিম ।"

এনেকৈ গান গাবলৈ আৰম্ভ কৰোতেই মটৰৰ গোঁ-গোঁৱনি শব্দ আহি বিপিনৰ কাণত পৰিল আৰু লাইট আহি একেবাৰেই অমিয়াৰ পঢ়া কোঠাত লাগিলহি । গানৰ আধৰা বাদ দি অমিয়াই লৰালৰিকৈ কিতাপ মেলি ললে ; বিপিনেও পঢ়াবলৈ লাগিল ।

( এঘাৰ )

এনেকৈ টিউচন কৰোঁতে প্ৰায় ৩। মাহ মান গ'ল। অমিয়ায়ো বিপিনৰ তত্বাৱধানত ইংৰাজীত অনেক উন্নতি সাধন কৰিলে। প্ৰতিভাৰ শাসনৰ পাকত পৰি অমিয়া আৰু বিপিনে টিউচনৰ সান্নিধ্যৰ বিশেষ সোৱাদ নাপালে।

এদিন বেণুধৰ বৰুৱা কাছাৰীৰ পৰা আহি বহিছেহি। বাহিৰত এজন মানুহৰ মাত শুনা গ'ল—"টেলিগ্ৰাম"

বৰুৱা ওলাই গৈ দেখে যে পিয়নে এখন টেলিগ্ৰাম হাতত লৈ থিয় দি আছে। বৰুৱাই চহী এটা কৰি এক্সপ্ৰেছ ডেলিভাৰী টেলিগ্ৰামখন ল'লে আৰু খুলি চাই পঢ়ি পালে যে অমিয়াই তৃতীয় বিভাগত মেট্ৰিকুলেচন পৰীক্ষা পাচ কৰিছে। বৰুৱাই বং-মনেৰে ভিতৰলৈ সোমাই আহি চিঞৰিবলৈ ধৰিলে—"হেৰা অমিয়াৰ মাক, অমিয়াৰ মাকহে!"

প্ৰতিভায়ো কিবা টেলিগ্ৰাম বুলি বুজিব পাৰি পিচফালৰ পৰা অতি ততাতৈয়াকৈ আগফালে ওলাই আহিল।

বৰুৱাই যেন মনৰ উদ্বেগ অনুযায়ী সঁহাৰি নেপাই আকৌ মাতি তোলপাৰ লগালে—"বোলোঁ, অমিয়াৰ মাক, নেমাতা কিয় হে!"

"এবাৰ মাতিলে আৰু উৎসাহ চুৰ্তি হেৰাই যায়। কি হ'লনো ইমান গোঁসাই নাইকিয়া কৰিছে যে?"

"হেৰা বৰ ভাল খবৰ আছে। অমিয়াই পাচ কৰিছে। বোলোঁ অমি ক'লৈ গ'ল?"

"অমি আছে। হেৰ অমি, এইফালে আহচোঁন। তোৰ পৰীক্ষাৰ খবৰ আহিছে। তই বোলে পাচ কৰিছ।"

পৰীক্ষাত পাচ হোৱাৰ কথা শুনি অমিয়াই পাকঘৰত দেউতাকলৈ চাহ কৰাত লাগি থকাৰে পৰা চ'বালৈ ওলাই আহে। অমিক দেখি বৰুৱাই কৈ উঠে—

"হেৰ অমি, তই পাচ কৰিছ।"

"কোন বিভাগত দেউতা!"

"তৃতীয় বিভাগত।"

"ইস্ ৰাম ! ফেইল কৰাহেঁতেনেই ভাল আছিল ।"—অমিয়াই কৈ উঠে ।

"তৃতীয় বিভাগত হ'লেও পাচ কৰিছ ! হতাশ হ'বলৈ কি আছে ! কত ল'ৰা-ছোৱালীয়ে ফেইল কৰি কৰি ঠেং ভৰি আচাৰিব লাগিছে "—বকৰাই যেন অমিক শান্ত্বনা দিয়ে ।

"তথাপিতো মনটোত বৰ দুঃখ লাগিছে, বোপাই !"—অমিয়াই কয় ।

"দুঃখ নকৰিবি । আগলৈ ভাল কৰিবলৈ যত্ন কৰিবি !"

"চাওঁ টেলিগ্ৰামখন মোক দিয়কচোঁন ।" এইবুলি টেলি-গ্ৰামখন বকৰাৰ হাতৰ পৰা অমিয়াই খুজি লয় আৰু নিজে তাক পোহৰত পঢ়িবলৈ আগফালৰ বাৰান্দালৈ গৈ খুজি চায় । পঢ়া শেষ কৰাৰ লগে লগে গেটৰ মুখত বিপিনক দেখি চাঁত কৰে ভিতৰলৈ সোমাই আহে—"বিপিন ককাইদেউ আহিছে, থাৰ্ড-ডিভিজনত পাচ কৰি কেনেকৈ মুখ দেখুৱাম বোপাই" আৰু একেকোবেই পাকঘৰ পায়গৈ ।

ইতিমধ্যে বিপিন ভিতৰলৈ সোমাই আহে আৰু বেণুধৰ বকৰাক দেখি সোধে—"অমিৰ কিবা খবৰ পাইছেনে দদাইদেউ, আজি ৰিজাল্ট ওলাইছে ।"

"পাইছোঁ । অলপৰ আগতে মই এখন টেলিগ্ৰাম পালোঁ । অমিয়াই থাৰ্ডভিভিজনত পাচ কৰিছে ।"

"ময়ো এজন বন্ধুলৈ অমিয়াৰ ৰোল নম্বৰটো দি চিঠি এখন দিছিলোঁ খবৰটো দিবলৈ বুলি । তেওঁৱো এখন টেলিগ্ৰাম কৰিছে—অমিয়াই থাৰ্ডভিভিজনত পাচ কৰিছে বুলি"—বিপিনে কয় ।

"থাৰ্ডভিভিজনত পাচ কৰাৰ কাৰণে অমিয়ে বৰ বেজাৰ পাইছে"—বকৰাই বিপিনক জনায় ।

"মেট্ৰিকুলেশ্যন পৰীক্ষাৰ ডিভিজন লৈ কি কথা । আগলৈ ভাল কৰিলেই হয়"

"ময়ো তাইক তাকেহে কৈছোঁ । আগলৈ ভালকৈ পঢ়াশুনা কৰিব লাগে"—এনেকৈ কৈ বকৰাই অলপ সময় তথৈ লাগি ৰয় আৰু ভাবি ভাবি যেন সোধে—

"তাই ইংৰাজী গ্ৰামাৰত বৰ বেয়া । তুমি পঢ়ুৱাৰ পিছৰ পৰা অলপ খৰচিবোৰ মৰিছেনে ?"

"অলপ মৰাই নহয় । তেওঁ আগেয়ে ইংৰাজী ব্যাকৰণৰ একো আওভাওকে নেপাইছিল ; এতিয়া বহুত কথা শিকিছে আৰু ইংৰাজী বুলিলে যি এটা ভয়ৰ ভাব আছিল সেইটো একেবাৰেই নাইকিয়া হ'ল ।"

"তেনেহ'লে কলেজত বিজাল্ট ভাল কৰিব পাৰিব ?"

"তেনেকুৱা আশা কৰিব পাৰি । তাতে অমি হৈছে ইন্‌-টেলিজেন্ট ছোৱালী ।"

অমিয়াই বিপিন আৰু বকৰুৱাৰ কথোপকথন বিলাক আগৰে পৰা শুনি আছিল । এনে কৰিবৰ কাৰণে তাই এনে এটুকুৰা জেগাত আছিল য'ৰপৰা বিপিনকো দেখে বকৰুৱাকো দেখে, অথচ বকৰুৱাই তাইক নেদেখে । যেতিয়া বিপিনে অমিয়াক ইন্‌টেলিজেন্ট্ বুলি আখ্যা দিলে, তেতিয়া অমিয়াই চকু দুটা ডাঙৰকৈ বিপিনৰ ফালে চাই "হুঁ" বুলি মুখ ঘোপা কৰি তাৰ পৰা আঁতৰ হ'ল ।

বকৰুৱাই কথাটোৰ তৎধৰিব পাৰিলেনে নোৱাৰিলে বিপিনে নুবুজিলে ।

"সেইবোৰ আগলৈ যি হয় হ'ব । আজিৰ পৰা তাইক তুমি পঢ়ুৱাব নেলাগে । আজি আহিলো যেতিয়া অলপ চকুদি বুজাই পৰাই যাবাগৈ ।"

"ভাল বাৰু"

"এটা কথা নহয় । তাইক কোন কলেজত নাম লগাই দিলে ভাল হ'ব ?"

"গুৱাহাটীত চকইবাধনো ছোৱালীৰ কলেজ আছে ; যতে ততে নাম লগাই দিব পাৰে"—বিপিনে ক'লে ।

"মই তাইক ঘৰলৈ কলেজত নাম লগাই দিব খুজিছোঁ। তুমি কেনে দেখা ?"

"কথাটো ভালেই শুনিছোঁ। জাতীয়তাবাদী কলেজ; তাতে ছোৱালীৰ অন্যান্য আৱশ্যকীয় শিক্ষা বিলাকো দিয়াৰ দিহা আছে। মোটতে শান্তিনিকেতনৰ আৰ্হিত প্ৰতিষ্ঠিত,"— বিপিনে ক'লে।

"তেনেহ'লে মই আৰু বেছি দেৰি নকৰো বুলিয়েই ভাবিছোঁ। কাৰণ অবাৱত হেলা কৰিলে পিচত হোষ্টেলৰ চিট নোপোৱা হ'বগৈ পাৰে। এই গতিকে পৰহিলৈ মই তাইক পঠিয়াই দিম বুলি ভাবিছোঁ।"

"পৰহিলৈ দহোটাৰ সময়ৰ গাড়ীত পঠিয়াই দিলেই ভাল হ'ব"

"এৰা, দহোটাৰ এক্‌স্‌প্ৰেস্ বাছত পথাম বুলি ভাবিছোঁ। দিনে-পোহৰেই গুৱাহাটী পাই হোষ্টেলৰ ৱাৰ্ডেনক লগভাগ পাই ভাল চিট এটাও লব পাৰিব তেতিয়া।"—বৰুৱাই মনৰ ভাবটোক বুজায়।

"এনেয়েও সেই সময়টোৱো বৰ ভাল!"—বিপিনে কয়!

"হয় দহোটাৰ সময়ত আৰম্ভ কৰা যিকোনো কাৰ্য্যই সিদ্ধি হয়"—বৰুৱাই ক'লে।

লাহে লাহে সন্ধিয়া লাগি ভাগিবৰ উপক্ৰম হ'ল! বৰুৱাই ক'লে—"মোৰ অলপ কাম আছে। এতিয়া মই সোমাওঁ। তুমি অমিয়াক অলপ বুজাই পৰাই দিবা।" এইবুলি বৰুৱা নিজৰ অফিচকোঠাত সোমাল। বিপিনো অমিয়াৰ পঢ়াকোঠালীত গৈ বহিলগৈ।

অমিয়াও আহি নিজৰ পঢ়াকোঠাত সোমায়।

"কিহেঁ। আজি পাচ কৰি হ'বলা গোটেই ওফন্দি আছাঁ!"—বিপিনে হাঁহি হাঁহি আৰম্ভ কৰে।

"যাওক, ঠাট্টাখন কৰিব নেলাগে।"

"পাচ কৰাৰ কথা ক'লে ঠাট্টা কৰাহে হয়!"

"ওফন্দি থকাৰ কথা কৈছে ঠাট্টা নহয় কি। থাৰ্ড ডিভিজনত পাচ কৰিলোঁ বুলিহে এনেকৈ কাটিং দিবলৈ সুবিধা পাইছে।"—খঙৰ ভাবত অমিয়াই কয়।

"ভাল হৈছে। আগলৈ যাতে এনেকৈ কাটিং দিবলৈ সুবিধা নেপাওঁ তাৰ চেষ্টা কৰিবানে? এইবাৰ গুৱাহাটীত গৈ ভালকৈ পঢ়া-শুনা কৰিবা, তাত সুবিধা অনেক বেছি আছে।"

"কলেজত পঢ়াৰ কথা শুনি ভয়েই লাগিছে। ৰিজাল্ট ভাল কৰা দূৰৰ কথা।"

"কেলেই ভয় লাগিছে? বৰদলৈ কলেজ খুব ভাল কলেজ। তাত সকলোবোৰ সুবিধা আছে আৰু স্বাধীনতাও বেছি। পাচে তুমি কি কি বিষয় লম বুলি ভাবিছা?"

"কলেজ প্ৰচ্‌পেক্‌টাচখন এতিয়াও পোৱা নাই, সম্ভৱ তাত গৈহে দেখিমগৈ। দেউতাই চিভিকচ্, অসমীয়াৰ চেকেণ্ড লেংগুৱেজ, মিউজিক আৰু ডমেচ্‌টিক্‌ চায়েঞ্চ লবলৈ কৈছে।"

"খুব ভাল কম্বিনেচনৰ কথা কৈছে দদাইদেউৱে। এইবাৰ তেনেহ'লে আমি খুব ভাল গান শুনিবলৈ পামহঁক।"- হাঁহি হাঁহি বিপিনে কয়।

"কি যে কথাবোৰ কয়। পিচে আপুনি গুৱাহাটীলৈ কেতিয়া যাব?"

"আমাৰ এতিয়ালৈকে খবৰ ওলোৱাই নাই। আৰু সম্ভৱ দহ-পোন্ধৰ দিনমান বাকী আছে"— বিপিনে কয়।

"একেলগে যাব পৰাহেঁতেন ভাল আছিল।"—অমিয়াই কয়।

"কেলেই?"—বিপিনে সোধে।

"মোৰ অকলে যাবলৈ বৰ ভয় লাগে!"

"ইহ, মোক এওঁ বডীগাৰ্ড পাইছে!"

"আপুনি লগতে থাকিলে মোৰ বৰ সাহস হয় বুইছে!"

"লগত থাকি সাহস দিয়া তেনে মানুহ চেৰ পাবাঁ গুৱাহাটীত। "ওঁহ" বুলিলেই হ'ল।

"মতা মানুহবিলাকৰ ধাৰণাও তেনে, ভাবে যে মাইকী মানুহ-বিলাকৰ কাম হৈছে যিকোনো মতা মানুহৰ ওপৰতে চকু দিয়া"— অমিয়াই কয়।

অমিয়াই তেনেকৈ ক'লত বিপিনে হাঁহি হাঁহি ক'লে "গুৱাহাটীত ধুনীয়া ধুনীয়া পোচাক পিন্ধি ছোৱালী হোষ্টেলৰ আগত গা মেলোৱা ডেকাল'ৰা কিমান দেখিবাঁ!"

"তেনে মানুহক লৈ আমাৰ ছোৱালীবোৰে তেতুঁচালিহে কৰে বুইছে। তেনেকৈ গা দেখা দিয়াবোৰক ফাল্টু, বাজে আদি শব্দেৰে বিভূষিত কৰে।"

"যিয়েই কৰা নকৰা, আকৰ্ষণ এটা হয় নে, নহয় ?"

"মাইকী মানুহ আৰু মতা মানুহৰ আকৰ্ষণ চিৰন্তন। সেইবুলি যাকে তাকে দেখি বলিয়া হোৱাটো সাধাৰণ মাইকী মানুহৰ স্বভাৱ নহয়।"

"বাৰু, সেইবোৰ অবাস্তৱ কথা বাদ দিয়া। তুমিতো পৰহিলৈ যাবাগৈয়ে। মই তোমাক গৈ গুৱাহাটীত লগ ধৰিমগৈ। পৰহিলৈ মই বাছ ষ্টেণ্ডলৈ নাহোঁ। বেয়া নেপাবা দেই।"

"তেনেহ'লে নগাৱঁত আজিয়েই শেষ দেখা ?"

"নগাৱঁতেই সদায় দেখিম। পিচে এই কোবলৈ শেষ দেখা।"

"আপোনাক এৰি গৈ বৰ বেয়া লাগিব। বাছত যাওঁতেই উকণ্ডা উকণ্ডা লাগিব বুইছে।"

"মোৰো তুমি গ'লেগৈ মনটো উদং উদং লাগিব। তাতে পধূলি পধূলি এটা সঁচা হওক মিছা হওক বাস্তৱতা আছিল। এতিয়াৰেপৰা সময়বোৰ এনেয়েহে কটাব লাগিব।"

এনেকৈ কৈ এটা গধুৰ মনেৰে যেন বিপিন উঠিল। মনৰ বেজাৰতে যেন আৰু অমিয়াক একো ক'ব নোৱাৰিলে। অমিয়াও বিপিন ওলাই যোৱাৰ সময়ত মৌন হৈ ৰ'ল।

তিনিদিনৰ পিচৰ কথা। অমিয়া গুৱাহাটীলৈ বুলি নগাৱঁৰ পৰা বাছত উঠি ৰাওনা হ'ল। কলেজীয়া নতুন জীৱন আৰম্ভ কৰিব, গুৱাহাটীত আছি এটা নতুন পৰিবেশৰ মাজত দিন কটাবলৈ পাব—এনেবোৰ ভাবে অমিয়াৰ মনত আনন্দ দিলে যদিও এটা অনিশ্চয়তাই যেন তাইৰ মনবোৰ অধিকাৰ কৰিবলৈ ধৰিলে। আৰু সেই অনিশ্চয়তাৰ ভাবৰ মাজে মাজে তাই অকলশৰীয়া যেন অনুভৱ কৰিলে।

"মই আজি গুৱাহাটীত নামিয়েই কি কৰিমগৈ ?"—তাই নিজকে নিজে প্ৰশ্ন কৰে।

"আজি যদি লগত বিপিন ককাইদেউ থাকিলহেঁতেন! তেওঁ মোক আৱশ্যকীয় সকলো দিহা-পৰামৰ্শ দি সহায় সাঁৰথি কৰিলেহেঁতেন"— অমিয়াই মনতে ভাবে।

তিৰোতাৰ মনে লোকৰ ওপৰত ভেজা দি প্ৰবৃত্তিবলৈ বিচাৰে আৰু তেনে ভাবৰ জোৰতেই যেন বুকুত সাহস বান্ধে।

বাছ আগলৈ বিদ্যাশক্তে লৰি যায়। অমিয়াৰ মনটো বায়ুৰ বেগৰ প্ৰতিকূলে ধাবিত হয়।

বতাহবোৰ চোঁ চোঁ কৰি অমিয়াৰ মুখৰ পৰাই যেন নিঃসৃত হৈ বাছখনৰ দুয়োকাষেদি কণ কণ শব্দ কৰি কিবা বাতৰি লৈ যায়। আলিৰ কাষৰ বিৰিণা আৰু কহুৱাৰ পাতবিলাকে সেই বতৰাবে যেন সন্ধান বিচাৰে। বতাহেও সিহঁতক কাণে কাণে কিবা এটা কয়। সিহঁতো আনন্দত আপ্লুত হয়। গছবোৰ ফুলি উঠে, যেন নতুনকৈহে। কোনে জানে এই ফুলি উঠা ফুলৰ আৰু হিয়াৰ মাজৰ আশাৰ কিমান ওচৰাওচৰি সম্বন্ধ; ফুল ফুলিছে, মৰহিছে, সৰি পৰিছে; লোকে সৌৰভৰ আস্বাদ পাইছে। আশা জাগিছে, মৰি গৈছে, নাইবা প্ৰতিক্ৰিয়াৰ ৰূপ লৈছে এটি হুমুনিয়াহ। লোকেতো একো নুবুজে।

অমিৰ মনতো এনেকৈ নানাভাবে খেলিমেলি কৰিবলৈ ধৰিলে।

বাছ আহি লাহে লাহে কপিলী পালেহি।

চঞ্চনি পানীৰ সোঁতত কপিলীত বানৰ উজান উঠিছে। দুয়োপাৰে থকা পলাশ আৰু শিমলু গছবিলাকে নতুন পাত পলেৰে ৰূপত বহন চৰাইছে।

গুকানী কপিলী যৌৱনৰ জোৰাঁৰত যেন লহপহীয়াকৈ গছগছনিৰে সৈতে বাঢ়ি আহিছে। বিভীষিকাৰ সৃষ্টি কৰিছে। আকৌ আশাৰ সঞ্চাৰ কৰিছে।

"বিপিন ককাইদেউয়ো আকৌ গুৱাহাটীলৈ আহিব, আজিৰ মোৰ উৰ্কামনটো আকৌ বাংচালী কৰিব"— অমিয়াই ভাবে।

লাহে লাহে দূৰৈত পৰ্বতৰাজি চিক্‌মিকাই উঠে। কিমান ধুনীয়া, যেন মনৰ কল্পনাই জীৱন্ত ৰূপ লৈ উঠিছে।

"বিপিন ককাইদেউক আজি দূৰৰ পৰাই যেন ভাল যেন লাগিছে।" যেন ভাৱৰ তন্ময়তাত অমিয়াই মনতে কয়।

আপোনজনৰ সান্নিধ্যই যিমান ভাল লগায়, দূৰত্বই সকলো ব্যৱধান লোপ পোৱাই তাতোকৈ আহ্লাদ দিয়ে।

(বাৰ)

দেওবাৰে পুৱা। আজি মোহন শইকীয়া টিউচন আদিলৈ যোৱা নাই ; হাতত কোৰ এখন লৈ আগ ফালৰ বনবাদবোৰ চিকুণাই আছে। সময় প্ৰায় আঠটামান বাজিছে।

"তুমিনো কি কৰি আছাঁহে? গা পা ধুলানে নাই?"—শইকীয়াই যোগমায়াক সোধে।

"মই এতিয়াও গা ধোৱা নাই। কেলেইনো খবৰ ল'লে?"—যোগমায়াই কয়।

"ইমান বেলি হ'ল! এতিয়াও গা ধোৱা নাই! চাহ এটোপামান খালোহেঁতেন!"

"ইমান লৰালৰি কেলেই হ'ল? এবাৰ খাই উঠিছেহে!"—যোগমায়াই কয়।

"এবাৰ খালোঁ কি হ'ল? দ্বিতীয়বাৰৰ পস্তাৰ হ'ল নহয়!"

"কিমাননো চাহ খাই থাকে?''—যোগমায়াই চাহৰ অপকাৰটো বুজাবলৈকে যেন কয়।

"খি হয় হ'ব দিয়া। শৰীৰৰ চাহেই এহাৰ"—শইকীয়াই উত্তৰ দিয়ে।

খুব কোবাকুবিকৈ আহি ইফালৰ পৰা কনক শৰ্ম্মাই শইকীয়াৰ পদূলিৰ নঙলা খুলি সোমায়। শইকীয়াই কনক শৰ্ম্মাক দেখি কৈ উঠে—

"আহঁা, আহঁা, শৰ্ম্মা! আহঁা"

"আজি দেখোঁন বৰ আস্তবেস্তকৈ মাতিছঁা কিয় হে!"

"মইতো তোমাক সদায়েই আতৌ-পুতৌকৈ মাতো, তুমিহে মাহঁা!"

"তথাপিতো আজি কাৰবাৰ অৰূপ যেলেগ যেন দেখিছোঁ!"

"নকৰঁা দেও! আজহি এজন নহ'লে গৃহিনীৰ হাতেদি চাহ একাপ সৰকোৱাই টান"

"কেলেই কি কয় ?"

"কয় বোলে চাহ খাই খাই মৰিবলৈ ধৰিছেনে কি ? যেতিয়া পেটত পাক মাৰি ধৰিব তেতিয়াহে চাহ খোৱাৰ মজা ওলাব !"

"মৰিবৰ সময়তো কোনোবা এটাই যমৰ ওচৰত হোঁকাত টান এটা মাৰি মৰিবলৈ বিচৰাৰ দৰেই আমিয়ো চাহ খাইয়েই মৰিম বুজিছ ।"—কনক শৰ্ম্মাই কয় ।

"নহ'লেনো কিটো খাবা"—শইকীয়াই কয় ।

"চাহেই গৰীবৰ আহাৰ !"—কনক শৰ্ম্মাই লগাই দিয়ে ।

আহাৰেই নহয়, প্ৰাণ । এতিয়া ডাঙৰ ডাঙৰ হুজুৰ তজুৰ সকলে বহিয়া বহিয়া ব্ৰেকফাষ্ট খাইছে, দুপইচা পায়েই অচাহাৱবোৰেও চাহাবী ৰূপ ধাৰণ কৰিছে । আমাৰ পইচা, নাইকিয়া বোলে সেপ চুকি থাকিবানে ? চাহেৰেই জিভাখনত জীপ এটা দি ৰখাই ভাল । তেহেলৈ লাগিলে পেটেই পকাওক বা মূৰেই ঘূৰাওক ।"—শইকীয়াই কয় ।

"নকবা দেও, সৰৱৌৰ চাহাব হ'বলৈ যোৱাবে পৰাইটো এনে দুৰ্দশা ? শিক্ষক, প্ৰফেচাৰক দৰ্মহা বঢ়াই দিয়াৰ সময়ত কয় যে তোমালোকক অমুক চাভিচৰ সমান স্কেল দিয়া হৈছে, কিয় ভোৰ-ভোৰাই থাকাঁ । আৰু বেছি দিলে তেওঁলোকৰ মুখ যেন খাব । পাচে তেওঁলোক আছে কেনেকৈ আৰু আমি থাকোঁ কেনেকৈ ? যেনিবা দেশত দুৰ্নীতি নায়েই ।"—কনক শৰ্মাই কয় ।

"এ নকবা আৰু ! এইবোৰ কথা কৈ থাকি লাভ নাই । বোলোঁ কাৰ আগত ক'ম, কোনে পতিয়াব, যেয়ে শুনে সেয়ে লঠিয়াব"—শইকীয়াই লগাই দিয়ে ।

"এৰা, এৰা, কিবা কৰবলৈ আহি কিবাবোৰহে পাই আছোঁ ।"

"কিনো কৰবলৈ আহিছিলা ?"

"আজি পুৱাৰ বাতৰি কাগজত দেখিলোঁ যে বি. এ. পৰীক্ষাৰ খবৰ ওলাল । দেখিয়েই লৰি আহিছোঁ বিপিনৰ সম্বাদটো জানিবৰ কাৰণে ।"

"ময়ো তোমাক কিবাকিবিবোৰ পাই থাকোঁতেই ইমান সময় কথাটো কোৱা নাই । বিপিনৰ খবৰ ভাল । সি ডিষ্টিংকচন্‌ৰে পাচ কৰিছে । মই কালিয়েই এখন টেলিগ্ৰাম পালোঁ ।"

"খুব ভাল খবৰ। আজি হেন দিনত মই গুদা চাহ কেতিয়াও নাখাওঁ!"—কনক শৰ্ম্মাই ক'লে।

"গুদা চাহ খাব নেলাগে! অলপমান পাখীবো পাবাঁ। লাগে যদি গুবো ল'ব পাৰিবাঁ, যদিয়ো আলহী আহিলে আমি চাহত চেনি দি অলপ ভদ্ৰতা দেখুৱাব খোজো।"—শইকীয়াই হাঁহি হাঁহি কয়।

এনেকৈ কথাৰ কনাই সলনি মাৰি থাকোতেই যোগমায়াই দুকাপ চাহ আনি থিয় দিয়েহি, তাকে দেখি কনক শৰ্ম্মাই কলে— "তুমি চাহত যিমানেই চেনি নিদিয়া লাগে, এনেকৈ থিয় হোৱাতে চাহ দিলে কেতিয়াও ভদ্ৰতা ৰক্ষা নহ'ব"

"হয়ো দেও! এওঁবো মানুহজনী! চাহ দুকাপ ভিতৰৰ টিপয়খনৰ ওপৰতে ৰাখি আমাক তালৈকে মাতিব পাৰিলাহেঁতেন"— শইকীয়াই ক'লে।

"বাক, বাক, হ'ব হ'ব, ইয়াতে খাওঁহঁক।" এইবুলি কনক শৰ্ম্মাই চাহৰ কাপটো হাতলৈ লয়। তাকে দেখি শইকীয়ায়ো নিজৰ চাহ কাপ হাতেৰে ধৰি "আহাঁ ভিতৰলৈকে যাওঁহক" বুলি কনক শৰ্ম্মাক ক'লে। দুয়োজন ভিতৰলৈ সোমাই যায় আৰু চকীত বহে। যোগমায়া আকৌ ভিতৰলৈ সোমাই যায়।

"পাচে চাহহে হ'ল, ইয়াৰ লগত অলপ কিবা কহুনি এটা হোৱাহেঁতেন বেয়া নাছিল।"—কনক শৰ্ম্মাই কয়।

শইকীয়াই উত্তৰ দিবলৈ নৌপাওঁতেই যোগমায়াই থাল এখনতে কিবা অলপ লৈ ঘূৰি আহে। তাকে দেখি শৰ্ম্মাই ৰওতে উচৌ পাই কৈ উঠিল—"এবা তোমাৰ পুহিনীয়ে গুদা চাহ নুখুৱাই, মই জানোঁ।

"কিনো যোগাৰ কৰিলাঁ কণ্ডেকতে?"—শইকীয়াই সোধে।

"ফেণীপিঠা কেইটামানকে ভাজিলোঁ"—শইকীয়াই কয়।

"কি ফেণীপিঠাহে?"—শৰ্ম্মাই সোধে।

"অসমীয়া মানুহ হৈ ফেণীপিঠা নুবুজা। তোমাৰ সন্তুষ্টিৰ কাৰণে মালপোৱাকে বুলিলোঁ বোৰ্বা!"—তিনিওজনে খলখল কৰি হাঁহে।

"জ'বাই পাচ কৰিলেই । তাকনো এতিয়া কিহত লগাবা ?"—শৰ্মাই সোধে ।

"কেলেই মই আগেয়ে কৈছিলো নহয়, তাক আইন কলেজত নাম লগাই দিম !"

"কেতিয়ামানে পঠিয়াম বুলি ভাবিছা ?"

"অতি সোনকালে পঠাব পাৰিলে ভাল হয় । কাৰণ এতিয়া জুলাইৰ শেষ পৰিলহি ; আগষ্টৰ পোন্ধৰ তাৰিখলৈকেহে বোলে এড্‌মিচনৰ শেষ তাৰিখ আছে ।"

"পঠিয়াম বুলিলা যেতিয়া সোনকালে পঠিয়াই দিয়াই ভাল ।"

"ময়ো তাকেহে ভাবিছোঁ । অবাৰত হেলা কৰি সময় কটালে বেজাৰ কৰিবলগীয়াও হ'ব পাৰে ।"

এনেতে বিপিন ফুৰিচাকি কৰবাৰ পৰা আহি সোমালহি । কনক শৰ্মাই বিপিনক দেখি কয়—"কিহে, পাচ তাচ কৰি ঘুৰি ফুৰিছা, দেখা এটাও নাপাওঁ ।"

"মই দদাইদেউ ! কালি টেলিগ্ৰাম পোৱাৰ পিছত আপোনাৰ তালৈ যাম বুলি ভাবিছিলোঁ । পিচে গুৱাহাটীলৈ যাবলৈ বুলি আজি দেওবাৰ কাৰণে কালি অলপ কাপোৰ কানি কিনিবলৈ বজাৰলৈ গলো । গতিকে আপোনাৰ তালৈ যোৱা নহ'ল । আজি দুপৰীয়া যাম বুলি ভাবিছিলোঁ ।"

"তুমিনো গুৱাহাটীলৈ কেতিয়াকৈ যাবা ?"—কনক শৰ্মাই সোধে ।

"মই পাৰিলে কাইলৈ পুৱাই যাম বুলি ভাবিছোঁ ।"—বিপিনে কয় ।

"সোনকালে যোৱা বেয়া নহয় । পিচে বৰ জৰাজৰি কৰিলা দেখোন ?"

"সোনকালে গৈ তাত চাকৰি বাকৰি এটা বিচাৰি ল'লে মোৰ খৰচটো প্ৰায় ওলায় । দিনটো এনেয়েহে থাকিম । এটা চাকৰি কৰিবলৈ সময় ওলাব ।"

"অ', তুমি কথাটো বেয়া কোৱা নাই। গুৱাহাটীত চাকৰিৰ সংখ্যাও বেছি, চেষ্টা কৰিলে পাব পাৰি।"

"এনেয়েও গুৱাহাটীত থাকিলে মনটো ফূৰ্ত্তিতো থাকে"—বিপিনে কয়।

অকল থকাৰ ফূৰ্ত্তিৰ কাৰণেই ঘৰখেদা কৰা ঠিক নহয়। নিজৰ জেগাকণৰ নিচিনা একো হ'ব নোৱাৰে"—কনক শৰ্মাই কয়।

বিপিনৰ যে ঘৰখেদা কৰাৰ কাৰণ অইন কৰবাত আছে সেইটো কোনেও নুবুজিলে। মনে মনক বিচাৰে। প্ৰাণে প্ৰাণক টানে। জৰীডাল লেজুৰা হ'লে টানটোত বেছি জোৰ পৰে।

অমিয়াই নগাওঁ এৰি দূৰলৈ আঁতৰাত বিপিনৰো গুৱাহাটী-খনৰ প্ৰতি এটা বেছি আকৰ্ষণ হয়। কাছাৰীঘাটৰ বতাহ কি সুন্দৰ। তাৰ চিৰি কেইটাত বহিলে উমানন্দ, অশ্বক্লান্ত আদিয়ে মনটোক কেনেকৈ পৱিত্ৰ কৰে। দূৰৈৰ উত্তৰ গুৱাহাটীত থকা সৰু সৰু পাহাৰবোৰৰ ওপৰৰ জুপুহা গছৰ শাৰীবিলাকে কি এটা অপূৰ্ব শোভা বহন কৰিছে। তাৰ মাজতে শুকুলা পালেৰে চলাই লৈ যোৱা নাৱৰীয়াৰ নাও। দুটা এটা গীতৰ সুৰ যেন ব্ৰহ্মপুত্ৰই সোঁতৰ লগতে বোৱাই লৈ আহিছে। পশ্চিম আকাশৰ হেঙুলীয়া বোলৰ লগতে কামাখ্যা দেৱীয়ে যেন গোটেই চহৰকে ৰঙ বোলাইছে। সেই পৱিত্ৰ ৰঙৰ বাৰতা যেন ব্ৰহ্মপুত্ৰৰ পানীয়ে ভাটীৰ দেশতো কৈছেগৈ।

ব্ৰহ্মপুত্ৰৰ সোঁতৰ বুকুতে জাকি মাৰি মাৰি বগাকৈ বগলীৰ জাকবোৰে উৰা মাৰিছে। পানীত ৰঙা আকাশৰ প্ৰতিবিম্বৰ লগে লগে যেন সিহঁতবো ছাঁয়া বিলাক জিলিকি উঠিছে। এনে ধৰণৰ ভাববোৰে বিপিনৰ মনত গুৱাহাটীখন সুন্দৰবো সুন্দৰ কৰি তুলিলে।

ব্ৰহ্মপুত্ৰৰ পানী, ৰঙা আকাশ, বগা বগলীৰ জাক, বিপিনৰ চকু, সকলো দিগন্তত বিলীন হয়। সকলোৱেই যেন অনন্তৰ বাতৰিৰ সন্ধানত ধাৱিত হ'বলৈ লাগিল।

দীঘলী পুখুৰীৰ উত্তৰ পাৰে ব্ৰহ্মপুত্ৰৰ দাঁতি আৰু ৰবদলৈ কলেজৰ ছোৱালীৰ হোষ্টেল সকলোবোৰ সৌন্দৰ্য্যৰ যেন মোহনা। তাতেই যেন ব্ৰহ্মপুত্ৰৰ পাৰৰ সৌন্দৰ্য্যৰ পূব আৰু পশ্চিম প্ৰান্ত লগ লাগিছে। তাতেই যেন অমিয়াৰ সৌন্দৰ্য্য বিকিৰিত হ'ব লাগিছে।

আৰু নগাৰঁত এই সকলোবোৰ আহি বিপিনৰ কল্পনা প্ৰৱণ মনত উদ্ভাসিত হৈছে ।

কনক শৰ্ম্মা আৰু মোহন শইকীয়াই এই বুঢ়াবয়সত এইবোৰৰ একোৰে আওভাও নেপালে । আৰু পাবৰো দৰ্কাৰ নকৰে ।

তেওঁবিলাকে বিপিনৰ গুৱাহাটীলৈ যাবৰ কাৰণে কৰা খৰখেদাটো সহজ-সৰল ভাবেই ল'লে ।

পঢ়াত মন থকা ল'ৰাই পঢ়িবৰ কাৰণে পঢ়াৰ অনুষ্ঠানত নাম লগাবলৈ নৰালৰিকৈ যাব, তাত আচৰিত হ'বলৈ একো নাই, ভাবিবলগীয়াও একো নাই ।

যৌবনৰ উদ্দাম আবেগে সকলো বিবেচনা তল-পেলাই পৰিতৃপ্ত হ'বলৈ বিচাৰে ।

চৰকাৰী বাছ গোঁ গোঁ কৰে চলিল ; তথাপিতো ইয়াৰ বেগে বিপিনৰ মনৰ বেগ চেৰ পেলাব নোৱাৰিলে ।

বাছ গুৱাহাটী পাৱঁতে, বিপিনৰ মনে কিন্তু কেতিয়াবাৰে পৰাই গুৱাহাটীত বাসৰ ঠাই বাচি লৈ থানি পুতি আছে ।

( তেৰ )

গুৱাহাটী বিপিনৰ কাৰণে নতুন নহয় । হোষ্টেলৰ জীৱনৰ অভিজ্ঞতা বিপিনৰ আগৰে আছিল । তথাপিতো ল' কলেজৰ হোষ্টেলটো অভিনৱ যেন লাগিল । আগেয়ে নোপোৱা কিবা এটা নতুন সোৱাদে যেন কল্পনাবোৰ মধুময় কৰি তুলিলে । বিপিনে দেখিলে পৃথিৱীখন যেন আৰু ধুনীয়া হৈ গৈছে ; মানুহবোৰ ধুনীয়া, গছ-গছনিবোৰ ধুনীয়া, আলিৰ কাষৰ বনৰীয়া কাঁইটীয়া জোপোহাবোৰৰ ফুলবোৰ ধুনীয়া খেলাৰ পথাৰবিলাক ধুনীয়া—সকলোবোৰেই বিপিনৰ কাৰণে যেন সৌন্দৰ্য্যৰ উৎস ।

সৌন্দৰ্য্যৰ মাতলামিত পৰিয়েই বিপিন আজি গুৱাহাটী পাইছেহি আৰু ইয়াৰেই এটা নতুন সন্ধান ল' কলেজৰ পৰিবেশটোৱে আনি দিলে । এই সন্ধানৰ মাদকতাত যেন বিপিন আহি সেইৰ মুখত থিৰ হ'ল । ক'ব নোৱৰাকৈয়ে সেইখন খুজি বিপিন আহে যাহে উমাই পাই ।

পৰমৰ দিন । সন্ধিয়া প্ৰায় ৬টা মান বাজিছে । এতিয়াও বেলি মাৰ যাবলৈ আৰু প্ৰায় এঘণ্টা বাকী । সূৰ্য্যটোৱে হেঙুলীয়া বোলেৰে যেন ব্ৰহ্মপুত্ৰৰ পানীবোৰ বোলাই পেলাইছে । পশ্চিম আকাশেও ৰঙাৰঙেৰে নদীখন যেন সাৱটি মাৰি ধৰিছে । এই ৰঙা ৰঙৰ এটা দুটা আহি যেন বৰদলৈ হোষ্টেলকো ৰঙা কৰি পেলাইছে । সূৰ্য্যই সৃষ্টি কৰা সৌন্দৰ্য্যৰ আকৰ্ষণতেই যেন বিপিন আহি বৰদলৈ কলেজৰ হোষ্টেলৰ আগত থিয় দিলেহি । গেটৰ আগত অলপ সময় ইফালে সিফালে উলুং পুলুং কৰি ৰ'ল ।

বিপিনক অমিয়াই হোষ্টেলৰ ওপৰমহলৰ পৰা দেখিলে । অলপৰ আগতে তাই বেড্‌মিন্‌টন খেলি উঠিছে, পোচাক পৰিচ্ছদ সিমান মনত লগা নহ'ব পাৰে বুলিয়েই অমিয়াই বিপিনক তাতে ৰবলৈ সঙ্কেত দিলে আৰু ভিতৰ সোমাই কাপোৰ কানি পিন্ধি চিৰিয়াকৈ নিজে নিজকে সজালে পৰালে, এবাৰ আকৌ আইনাত নিজকে নিজে চালে—"ইস্ ৰাম ! পাউডাৰবোৰ বৰ বেছি হৈ একে ঠাইতে গোটখোৱা যেন হ'ল ।" এইবুলি পাফটোৱে আকৌ ওলকুলাই গালদুখন ঘঁহিলে । আকৌ যেন ঠিক নহ'ল । "যিমানে লৰালৰি কৰোঁ, সিমানে বেলিহে হয়" এনেদৰে কৈ আকৌ ঘঁহিলে । তাৰ ওপৰত ৰঙা পেইণ্ট লগাই দিলে যেনিবা গোটেই তেজে ফুটি যাওঁ, ফাটি যাওঁ । চেন্দেল যোৰ ভৰিত লগাই লাহে লাহে অমি ওলাই আহিল; গা ভাঙি ভাঙি নিজকে ঘূৰি ঘূৰি চালে কাপোৰ-কানিৰে নিজকে দেখিবলৈ কেনেকুৱা হৈছে । অমিৰ বান্ধৱীবোৰে অমিক জিংকাৰি দিলে—"গুড্ লাক্ অমি, গুড্ লাক !" অমিয়ে ঘূৰি চাই মুখ বিকটাই কয়—"কিয়ে কথাবোৰ কোৱাঁ তোমালোকে ! মোৰ ককাইদেউহে সেইয়া, আইন কোনো নহয় !"

"ধেৎ আকৰীজনী ! ককাইদেউ নুবুলি দাদা বোলা, ভেহে আৰাম লাগিব ! বহুতদিনৰ মূৰত দাদা আহিছে, আমি গুড্ লাক্ দিছোঁ যেন কোনো অপায় অমঙ্গলে নপৰশে ।" তাৰে এজনী বৰ ৰঙীয়াল ছোৱালীয়ে কয় ।

"তোমালোকৰ যে কাজুৱালিবোৰ !"—অমিয়াই ঘূৰি মুখ শিকটাই কয় ; এনেকৈ কৈ খুব লৰালৰিকৈ অমি আহি গেটৰ

মুৰ পালেহি। বিপিনে অমিক ওলাই অহা দেখি ক'লে—"তুমি বৰ সোনকালে ওলাই আহিব পাৰিলা !"

"অলপ বেলি হ'ল, আগৰ কাপোৰ কানিবোৰ যামত ভিতি আছিল কাৰণে পোচাক সলাবলগীয়া হ'ল, আপোনাৰ চাগে ইয়াত বৈ বৈ আমনি লাগিছে !"

"আমনি লগা নাই। তুমি ইমান সোনকালে ওলাব পাৰিবা বুলি মই ভবাই নাছিলোঁ।"

"আপুনিয়ো যে ঠাট্টাখন কৰে !"

"ঠাট্টা কৰা নাই সঁচা কথাহে কৈছোঁ।"

"আপুনি ঘৰৰ পৰা কাহানি আহি পালেহি মই সোধাই নাই"

"সুধিব নালাগে, ময়ে কম। পিচে ইয়াত আৰু বেছি সময় থিয় হৈ নাথাকোঁ। আহাঁ অলপ ফুৰি আহোঁ।"

"ইস্ ৰাম ! ছোৱালীবোৰে চাই আছে, কেনেকৈ যাম ?"

"আহাঁ একো নহয়। যদি আহিলে তোমাক মাত্ৰ অলপ ঠাট্টা কৰিব।"

এনেকৈ কৈ দুয়ো ব্ৰহ্মপুত্ৰৰ পাঁতি এৰি লাহে লাহে দীঘলী পুখুৰীৰ পাৰ পালেহি।

"কেনি যাব ?"—অমিয়াই সোধে।

"কেনিয়ো নাযাওঁ। সেই বেঞ্চখনতে বহোঁ আহাঁ"—বিপিনে কয়। দুয়ো গৈ দীঘলী পুখুৰীৰ উত্তৰ পাৰৰ বেঞ্চখনতে বহিল।

"আপুনি ঘৰৰ পৰা কেতিয়া আহিল কওকচোন"—অমিয়াই কয়।

"মই আজি তিনিটামান বজাত আহি পাওঁহি"—বিপিনে কয়।

"ইমান আগতে আহি হোষ্টেলতে সোমাই আছিলহি ?"

"আহিয়েই মুখ হাত ধুই চাহ অলপ খায়েই তোমাক লগ পাবলৈ আহিছোঁ। বেছি ক'ত হ'ল ?"

"বেলি হোৱা নাইকিয়া ? আপোনালোকৰো পৰীক্ষাৰ খবৰ শুনাওঁতে ইমান বেলি হয় ।"

"ক'তনো বেলি হৈছে ! এইবাৰ কেইদিনমান আগহে ।" —বিপিনে কয় ।

"আপুনি নহাৰ কাৰণে মোৰ ইমান বেয়া লাগি আছে দিনবোৰ কিবা নেযায় নেযায়"

"মোৰো তুমি অহাৰ পিছত নগাৰঁত থাকি এনে উকাঁ উকাঁ লাগিছিল ।"

"আপুনি তেওঁ নিজৰ আই-বোপাইৰ লগতে আছিল ; মোৰ এহাতে ঘৰ এৰি অহা আৰু আনহাতে আপোনাৰ পৰা নিলগত থকাত এনে শুদা শুদা লাগিছিল !"

"ঘৰত আই বোপাইৰ লগত থাকিলেই ভাল লাগিলে সংসাৰ ইমান জটিল নহ'লহেঁতেন !"

"কি কথাবোৰ যে কয় আপুনি একো নুবুজোঁ ।"

"মানে আই বোপায়ে আমাৰ ল'ৰা, আমাৰ ছোৱালী বুলি আমিত্বৰ যোগে মৰমতে মজি থাকে । ল'ৰা-ছোৱালী সেই মৰমৰ আজোন ছিঙি নতুন মৰম বিলাবলৈ বলিয়া হয় । আৰু ইয়াৰ সন্ধানতে সকলো সম্বন্ধ ছেদ কৰি কোন ক'লৈ গৈছে পাত্তা নাই ।"

"ভালহে হৈছে । মৰম বোলা কথাটো স্থিৰিৰ নহয়, গতিশীল । এই কথাৰহে প্ৰমাণ পোৱা যায় ।"

"ভালপোৱাই যদি প্ৰগতিৰ সন্ধান দিয়ে খুব ভাল কথা । দিচে সকলোৱেই যেন প্ৰেমৰ যোগে আই-বোপাই সকলোকে পাহৰি নিজৰ সন্ধানতে ব্যগ্ৰ । নিজে অইনৰ ভাল পোৱাৰ যোগে পৰিতৃপ্ত হ'ব খোজে"—বিপিনে কয় ।

এচাঁতি বতাহ আহি বিপিন আৰু অমিয়াৰ শৰীৰ শীত কৰিলে । অমিয়াৰ কপালৰ আগত পৰি থকা কুটকুলা চুলি কেইডাল কঁপি উঠিল । অমিয়াৰ ধুনিয়া মুখখন দেখিবলৈ যেন আৰু ধুনীয়া হ'ল ।

বতাহত ঠেকা খাই আঁহত আৰু জৰি গছৰ পাতবোৰে এটা চিৰচিৰনি শব্দ কৰিলে ।

বিপিনে গছবোৰৰ ফালে চালে। বৰমূগাৰ জীপত আইত আৰু জৰিগছৰ পাতবোৰৰ কলপতীয়া ৰঙে পুখুৰীৰ চাৰিওফাল ৰসাল কৰি তুলিছে। বিপিনৰ মনতো ৰসৰ উদ্রেক হ'ল।

পুখুৰীৰ তলৰ পাৰবোৰেও কেঁচা ঘাঁহ গজি উঠাত কল-পতীয়া ৰঙ ধাৰণ কৰিছে। মাজে মাজে তাত থকা বাগানৰ ফুলৰ বিবিধ ৰঙে ঘাঁহনিখন এখন ৰংচঙীয়া দলিচাৰ দৰে কৰি তুলিছে।

বতাহৰ কোব লগাত পুখুৰীৰ পানীয়েও সৰু সৰু ঢৌ কাটিছে; সেই ঢৌৱে ঢৌৰ ওপৰত খুন্দিয়াই পানীত যেন এটা সোঁতৰ হে সৃষ্টি কৰিছে। সেই সোঁত আহি বিপিনৰ ভৰিৰ ওচৰতে মাৰ গৈছে। কিবা এটা অজানিত প্ৰতিক্ৰিয়াৰ দ্বাৰা যেনিবা পানীবিলাক উত্তোলিত। এনেকৈয়ে এটা উত্তাল তৰঙ্গৰ পৰশ পায়েই যেন পদুম ফুল বিলাক কঁপি উঠিছে। মাজে মাজে দূৰৈত চৰি থকা ৰাজহাঁহৰ জাকটোৱে পদুম ফুলৰ সৌন্দৰ্য্য বঢ়াইছে।

কোমল কোমল শব্দ কৰি মতা হাঁহ এটাই মৃণালৰ ঠাৰি এডাল চিঙি ঠোঁটেৰে মাইকীজনীৰ মুখত দিয়ে। মাইকীজনীয়ে তাঁ তাঁ কৰি মাতি ঠাৰিডাল মতাটোৰ মুখৰ পৰা টানি আনোঁতে পানীত সৰি পৰে। মাইকী আৰু মতাই দুয়ো ঠোঁটে ঠোঁটে লগায়।

বিপিনৰো মনত এটা উচপিচনি হয়।

অমিয়াৰ গাৰ পৰা বাগৰি ওলাই অহা পাৰফিউমৰ গোন্ধটো ফুৰফুৰিয়াকৈ বিপিনৰ নাকত লাগে। বিপিনে অমিয়াৰ হাতত খামোচ মাৰি ধৰে।

অমিয়াই লাজতে ৰঙা জঙা পৰি অৱশ আঁতৰ হ'ল।

কেইটামান কলেজৰ ল'ৰাই এখন নাও দূৰত চলায়। বঠাৰ খলক্ খলক্ শব্দ বতাহত উকৰি আহে। নাও লাহেকৈ চলে। লগতে এটা গীতো ভাহে—বতাহত।

"তোমাক ওচৰত পাই মোৰ কিমান ভাল লাগে!"—বিপিনে কয়।

"ইমান পোহৰতে এনেকৈ বহি থাকিলে মানুহে বুলিব কি ?"—অমিয়াই কয় ।

"এনেকৈ বহি থাকিবলৈকেতো বেঞ্চ বিলাক ইয়াত সজাই থৈছে । মানুহে কিয় বেয়া বুলিব ?"

"মানুহে বেয়া নুবুলিব ! ডেকা ল'ৰা আৰু গাভৰু ছোৱালী এনেকৈ বহি থকা দেখিলে নোচোৱাই চায় । সন্দেহ নোহোৱাবো হয় ।"—অমিয়াই কয় ।

"তাতে কি হ'ল ?"—বিপিনে সোধে ।

"তাৰ পৰাই তোলপাৰ হ'ব । আমাৰ সদ্‌নাম কেউফালে বৈ বৈ যাব ।"

"তোমালোকৰ ঘৰত থাকোঁতে তুমিতো মোক কোনো আপত্তি নকৰিছিলা ।"—বিপিনে কয় ।

"ঘৰত যিমানেই হওক, এটা আঁৰবেৰ থাকে ।"—অমিয়াই কয় ।

"প্ৰেম আঁৰবেৰতহে পৰিতৃপ্ত হয়নে কি ?"—বিপিনে সোধে ।

"আঁৰবেৰ নহ'লে সকলোৱেই মিছা । আঁৰবেৰ আছে বুলিয়েই ইমান ভাল লাগে ।"

"মানে প্ৰেমিকে নিজৰ আচল চকুৰে নেদেখে ? কৃত্ৰিম চকুৰে দেখে ?"—বিপিনে সোধে ।

"হয়েইতো । মানুহৰ তথা সমাজৰ আদিম প্ৰাকৃতিক অৱস্থাটো সাহিত্যৰ বিষয়বস্তু হ'ব পাৰে, তথাপিতো কৃত্ৰিম অৱস্থাৰ চৰম পৰ্য্যায় পোৱাটোৱেই সভ্যতাৰ লক্ষ্য ।"—অমিয়াই কয় ।

"তথাপিতো যে মানুহ পোছাকৰ আঁৰত উলঙ্গ সেই কথা নুই কৰা কেনেকৈ ?"—বিপিনে সোধে ।

"নুই কৰা নকৰাৰ প্ৰশ্ন নহয় । উলঙ্গ অৱস্থাটো ঢাকিচুকি কিমান আৱৰণ দি কৃত্ৰিম কৰিব পাৰি তাৰেই প্ৰচেষ্টা আৰু সেই প্ৰচেষ্টাৰেই সভ্যতাৰ ইতিহাস ।"

"আচল আৱৰণটো খুলিমেলি উলিয়াই নিদিলে, মানুহে বুজিব কেনেকৈ ? আৰু তানেই বা বাচিব কেনেকৈ ?"

"জ্ঞান বঢ়োৱাৰ কথা নুঠে। আনন্দ বা তৃপ্তি পোৱাৰ কথা। আৰু এই তৃপ্তি নিজৰ সদ্‌নাম অটুট ৰাখি পাৰ .পাৰিলে ভাল হয়। নহ'লে নিজে বিপন্ন হোৱাৰ থল থাকে।"

অমিয়াই এনে আনন্দ আৰু তৃপ্তি পাবলৈ বিচাৰি প্ৰকৃত অৱস্থা পৰ্য্যবেক্ষণ কৰিব নোৱাৰিলে।

তাই বিপিনক দেখিলে এটা কুহেলিকাময় আৱৰণৰ মাজেদি।

ধনীৰ জীয়ৰী আৰু টোকোনাৰ ল'ৰাৰ মিলনে বিপদ ঘটায়, যদিও এনে মিলনৰ হেঁপাহে সকলো অৰ্থনৈতিক বৈষম্যৰ জ্ঞান তল পেলাই এটা মাধুৰিমাৰ সৃষ্টি কৰে। ৰজাৰ ছোৱালী আৰু খৰি ভাৰীৰ ল'ৰাৰ মিলন—ইয়ো এটা সাধু।

এনেকৈ কথা পাতি থাকোঁতেই আগেয়ে দেখা কলেজীয়া ল'ৰাৰ নাওখন আহি লাহে লাহে অমিয়া আৰু বিপিন বহি থকা পাৰৰ ফালে আগুৱালে।

আমি উঠোঁ বলা, সেই নাওঁখন এইফালে আগবাঢ়ি আহিছে। তাত থকা সেই কেইটা কলেজৰ ল'ৰা। আমাক চিনি পাব পাৰে।"—বিপিনে অমিয়াক ক'লে।

"মইতো তাকেই কৈছোঁ। কোনোবাই ইয়াত এনেকৈ বহি থকা দেখিলে বৰ বদ্‌নাম হ'ব"—অমিয়াই ক'লে।

"তেনেহ'লে যাওঁ ব'লা। অন্যফালে ফুৰোঁ।"

"সময় কিমান হ'ল ?"—অমিয়াই সোধে।

"সাতটা বাজে প্ৰায়"—বিপিনে কয়।

"তেনেহ'লে আমাৰ হোষ্টেলত সোমাবৰ হ'ল। অইন ক'তো ফুৰিবলৈ নেযাওঁ।" অমিয়াই এইদৰে কলত দুয়ো তাৰ পৰা উঠিল। বিপিনে অমিয়াক গেটৰ মুখত আগবঢ়াই থ'লেগৈ।

( চৈধ্য )

আহিনৰ সন্ধিয়াবোৰ এনেয়ে বৰ মধুৰ, আকাশ নীলা আৰু মাজে মাজে উজ্জ্বল তৰাবে পৰিস্ফুট হৈ তিৰবিৰাই আছে। পুব আকাশত জোনবাই উঠি বহল সৰোবৰ এখনৰ পাঁতিত মেলিবা এটা ইন্‌কেন্‌ডেসেন্ট লাইটৰ হাই পাওৱাৰ বাল্ব যে জ্বলি উঠিছে। নজী

পূজালৈ দুই এদিনহে বাকী। কাছাৰীৰ পৰা আহি বেণুধৰ বৰুৱাই আৰামি চকী এখনত বহি পৰি গুৰগুৰিৰ দীঘল পাইপত হোঁপা ধৰিছে।

এনেতে পুৰণিগুদামৰ পুৰাৰাম গাওঁবুঢ়াই এটা ভাৰীৰ কান্ধত বৰ মেটমৰা ভাৰ এখন দি বৰুৱাৰ গেটত হাজিৰ হয়হি। আৰু লাহে লাহে গেট খুলি চোতাললৈ সোমাই আহে।

বৰুৱাই প্ৰথমতে কোন আহিছে তৎ ধৰিব পৰাই নাছিল। পিছত যে গাওঁবুঢ়া সেইদিনাই অহাৰ কথা আছিল সেই কথা মনত পৰাত পুৰাৰাম বুলি লগে লগে চিনি পালে আৰু মাত লগালে—“অ’ সেইয়া গাওঁবুঢ়া কাইনে কি ?”

“হয়, দেউতা, মইহে”—গাওঁবুঢ়াই সমিধান দিয়ে।

“পিচে তুমি অহা বহুত বেলি হোৱাত মই নাহিবাঁই বুলি ভাবিছিলোঁ”—বৰুৱাই ক’লে।

“এৰা দেউতা, বুঢ়া মানুহ; আগৰ দৰে বুলিব নোৱাৰোঁ। ঠাওত আস্তেসুস্থে আহি আছোঁ।”

“ভাল কৰিছা ককাই, বৰ খৰখেদা কৰিবৰো দৰ্কাৰ নাই। আৰু শক্তিও নাই। পিচে সেই ভাৰীজনক ভিতৰ চোতালেদি পাকঘৰৰ ফালে লৈ যোৱাচোঁন। বাপুটী আছে, সকলো বস্তু চয়জী ল’ব।”

এই কথা শুনি গাওঁবুঢ়া ভিতৰ চোতালেদি সোমাই গ’ল।

বৰুৱায়ো ভিতৰ সোমাই গৈ বাপুটীক ক’লে—“হেৰা বাপুটী, গাওঁবুঢ়া কাইয়ে কিবা অলপ বস্তু-বাহানি লৈ আহিছে; থৈ মেলি তেওঁলোকক অলপ চাহ-তাহৰ যোগাৰ কৰি দিয়া।”

“ভাল দেউতা” বুলি বাপুটীয়ে কোৱাৰ পিছত বৰুৱাই গাওঁবুঢ়াক ক’লে—“গাওঁবুঢ়াকাই! হাত মুখ ধুই একেবাৰেই পানী এটোপাৰ চোক এটা লৈ অহাই ভাল। মই বাহিৰতে বহোঁগৈ। তাতে কথা বতৰা হম।”

“হব বাৰু, দেউতা! সেই বিষয়ে একো চিন্তা কৰিব নেলাগে”—গাওঁবুঢ়াই সমিধান দিয়ে। গাওঁবুঢ়াৰ কথা শুনি বৰুৱা বাহিৰত বহিলহি।

অলপ বেলিৰ পিছত গাওঁবুঢ়ায়ো হাতত খুটি মুঢ়া এটা লৈ আহি বৰুৱাৰ ওচৰত বহিল;

"পিচে গাওঁবুঢ়াকাই, কোৱাচোন তোমালোকৰ ৰাইজৰ মতামত কি।"—বকৰাই সোধে।

"দেউতা, ৰাইজৰ মতামত কি থাকিব পাৰে? মই বুজাই পৰাই পোনাই-পাজৰাই ৰাখিছোঁ। নহয়।"

"নহয়, মই সেইটো কোৱা নাই। মানে সাম্যবাদীদল আৰু বিপ্লবী দলৰ কোনোবা তাৰ পৰা উঠিবনে কি? আৰু সেইসকলক মানুহে পচন্দ কৰেনে নকৰে?"—বকৰাই সোধে।

"এ, দেউতা, আমাৰ তাত বিপ্লবীদলৰ কোনো নায়েই। আগেয়ে দুজন নে এজন আছিল। তেওঁবিলাকে দেউতাক ব্ৰহ্মা কাকো নেমানি তোলপাৰ লগাইছিল। তেওঁলোকৰ উৎপাতত থাকিব নোৱাৰি ৰাইজেই পুলিচৰ ওচৰত ধৰাই দিলে। সাম্যবাদী দুজন নে এজন আছে।"

"কবনো সেই কেইজনহে?"—বকৰাই সোধে।

"এজন হৈছে দোলাঘৰীয়া বকৰাৰ ঘৰৰ ল'ৰা, কেবাবাৰো মেট্ৰিক দি ফেল কৰি কৰি এতিয়া সাম্যবাদী হৈছে। নাম ললিত। আৰু আনজন হৈছে নাওবৈচাৰ ধনিকৰৰ ঘৰৰ ল'ৰা। নাম বিষ্ণু। আই. এ. পাচ, বি-এ ফেইল।"

"এতিয়া ললিত বকৰা ভোটৰ কাৰণে উঠিবনে কি?"

"কাগজত চহী দিবলৈহে বাকী আছে। বাকী উঠিবৰ কাৰণে সকলো যো-জা কৰিলেই।"

"পাচে ৰাইজে তেওঁবিলাকৰ কথা কি কয়?"—বকৰাই সোধে।

"ৰাইজৰ সৰহ ভাগেই আপোনাৰ ফালেহে মত দিয়ে। পাচে তেওঁবিলাকৰো এটা দল আছিল।"

"আছিল মানে এতিয়া কলৈ গ'ল?"

"এ দেউতা কি ক'ম! মৰ বঢ়িয়া বহইচ হৈছে নহয়!"—গাওঁবুঢ়াই হাঁহিবলৈ ধৰে।

"এ ৰাম! হাঁহি হাঁহি কথা ক'বই নোৱাৰা হৈছো। কোৱাচোন কোৱাঁ, কিনো বহইচ আমিও তাল লওঁ"

"এ নকৰ দেউতা। দোলাঘৰীয়া বৰুৱাৰ ঘৰ হৈছে কলিতা মানুহ আৰু নাওবৈচাৰ খনিকৰৰ ঘৰ হৈছে বামুণ। দুয়োঘৰ কুলত শ্ৰেষ্ঠ আৰু সমাজৰ আগৰ শাৰীৰ।"

"পিচে পিচে ?"—বৰুৱা শুনিবলৈ উন্নাবল হয়।

"পাচে এদিন ললিতৰ লগত ভোট খেদি খেদি বিষ্ণু আহি ৰাতি বৰুৱাৰ ঘৰতে থাকিল।" এইবুলি গাওঁবুঢ়াই অলপ বোবা মেন কৰে।

"ৰৈ আছা কেলেই ? কৈ যোৱা আকৌ।"—বৰুৱাই কয়।

"এ কিনো ক'ব দেউতা লাজ লগা কথা। ইস্ ইস্ ইস্"—গাওঁবুঢ়াই মুখ বিদৰাই দিয়ে।

কিনো কথা শুনোচোঁন।

"ৰোলে সেই বিষ্ণু বোলা খনিকৰৰ ঘৰৰ বামুণৰ ল'ৰাটোৱে দোলাঘৰীয়া বৰুৱাৰ ঘৰত পাগতে ভাত খালে।"

"পিচে কি হ'ল ?"

"কিনো হ'ব দেউতা কিনো সুধিছে! ভূমি চুই কৰ্ণত হাত দিবলগীয়া কথা। ৰাতিয়েই গোটেই কথা ৰাষ্ট্ৰ হৈ গ'ল! সকলোৱে বিৰি বাবা কৰিবলৈ ধৰিলে। ৰাইজৰ মতি গতি বেয়া দেখি ললিত আৰু বিষ্ণু নিশাতে পলাল, পিচদিনা পুৱা ৰাইজৰ বুঢ়া মেথা দুজন চাৰিজন গোট খালে আৰু বৰুৱাক ধৰিলে—"বামুণে পাগত ভাত খাব খুজিলেই বা, তুমিনো দি উৎপাত মাতি আনাঁ কেলেই ?"

"দোলাঘৰীয়া বৰুৱাই ক'লে—" ৰাতি আহি মানুহে ভাত খুজিলেনো নিদি পাৰিনে ?"

"খুজিলেই দিবাঁনে ? খনিকৰৰ ঘৰ সৌটো, বিংটোৰ বাট তাক আগবঢ়াই ঘৰত থৈ আহিব পাৰিলাহেঁতেন।"

"মগলে আমি গতিয়াই নিলেহে হ'ব।"

"ভেনেহ'লে এতিয়া উধাৰণী বৰ সৰাহ এটা দিয়াঁ" গঞাঁই দোলাঘৰীয়া বৰুৱাক ধৰিলে আৰু বৰ সৰাহ এটা দি উদ্ধাৰ হ'ল।"

বেণুধৰ বৰুৱাই মনতে ভাবে—"সমাজক সংস্কাৰৰ উপকাৰিতা বুজাই দি সংস্কাৰমুখী কৰি ল'ব নোৱাৰিলে, আকস্মিকতা সংস্কাৰৰ ফলাফল এনেকৈ বিষতুল্য হয়।"

এনেকৈ ভাবি আকৌ তেওঁ সোধে—"তাৰ পিছত কি হ'ল ?"

"তাৰ পিছৰ খবৰ কিবা বোলে সাম্যবাদীনে কি সেইবোৰৰ কোনো আমাৰ গাৰ্ৰলৈ নোসোমোৱা হ'ল।"

"তেনেহ'লে মই ভয় কৰিবলগীয়া একো নাই ?"—বৰুৱাই সোধে।

"এ দেউতা, ভয়ৰ কথাতো নাইয়েই। বাইজে আপোনাৰ নাম লৈ আছে।"- গাওঁবুঢ়াই কয়।

"কি কাৰণত ?"

"কাৰণ একো নাই ; কয় বোলে সেই সাম্যবাদী সোপাই কেনেকৈ মুৰে ভৰি কাঢ়ে। কিবা উৎপাতখন। আমাৰ সেই জুকলা-চুঙীয়া বৰুৱাৰ ঘৰৰ উকীলে সিদিনা আহি ভোটৰ কথা কৈ গৈছে। কেনে ভব্য-গব্য, গহীন গম্ভীৰ। মাততে পমি যায়। তেনে মানুহক ভোট নিদি দিবা কাক ?"

আভিজাত্যৰ গাম্ভীৰ্য্যই অপৰিপক্ক সমাজৰ মন যোগাব পাৰে।

"তেনেহ'লে কথা ভালেই শুনিছোঁ।"—বৰুৱাই কয়।

"এ দেউতা, নেদেখাজনা আছে নহয়। কিহৰ ভয় সকলো হৈ যাব।"—গাওঁবুঢ়াই আশ্বাস দিয়ে।

"হওঁতে হয়। ভোট হ'বলৈ এতিয়াও প্ৰায় চাৰি মাহমান বাকী। তোমালোকে সকলো কথা বাইজক বুজাবা। কাৰণ আমাক ভোট নিদি অইন বিৰোধীদলক ভোট দিলে মন্ত্ৰী হোৱাৰ আশা নাই।"—বৰুৱাই কয়।

"এ দেউতা! আপোনাক এইবাৰ মেম্বৰ বাচি বাইজে চিৰকাল ভুজি মন্ত্ৰী কৰিছে এৰিব"

"গতিকে তোমালোকে বাইজক বুজাই কৰা-- কেনেকৈ মই মন্ত্ৰী-সদাগৰ হ'লে আমাৰ সেই অকণটো ভাল কৰিব পাৰিম। চকু গজা মানুহ চিৰকাললৈ পথালেহে জাত। বিৰোধী মানুহৰ কথা চৰকাৰে নুশুনে বুইছা।"

"বিৰোধী দলৰ মানুহ পঠিওৱাৰ কথা আমাৰ বাহিৰে ভৱাই নাই। পিচে আপুনি দুবাৰ এবাৰ আমাৰ সেইকালৰ পৰা পাক একোটা মাৰি আহিবগৈনে ?"

"মই যাম যাম বুলি ভাবিয়েই আছোঁ। বোলোঁ গাওঁবুঢ়াকাই আহক, তেওঁৰ লগত এটা পৰামৰ্শ কৰি কিবা এটা কৰিম, তেনেকৈ ভাবি আছোঁ।"

"কাতিৰ ভিতৰতে, আপুনি দেউতা, পাক এটা মাৰি আহকগৈ। নহ'লে আঘোণ সোমালে মানুহ-দুনুহ কাকো ঘৰত লগ নাপাব, সকলো পথাৰে পথাৰে ধান দাবলৈ ওলাব।"

"মই কাতিৰ ভিতৰতেই যাম। মই দেশত মোৰ যোৱাতকৈ তোমালোকৰ সহায়-সাৰথি, জা-যোগাৰেহে কাম কৰিব। টকা-পইচা যি লাগে মই দিম, তোমালোকে তাৰ কাৰণে চিন্তা কৰিব নেলাগে"—বৰুৱাই কয়।

"দেউতা, আপুনি আৰু টকা-পইচা নিদিব বুলি ভয় কৰিছোঁনে।—গাওঁবুঢ়াই কয়।

"ইয়াৰ বাহিৰেও মই দুজন এজন কংগ্ৰেছৰ বৰমূৰীয়াকো তোমালোকক সহায় কৰিবলৈ পঠিয়াম।"

"তেতিয়াহ'লে খুব ভাল হয়। পিচে, দেউতা, এন্ধাৰ হৈ আহিছে। বাহুখন যাবৰো সময় হ'ল। আহোঁতে খোজকাঢ়ি আহিলোঁ; এতিয়া আৰু নোৱাৰোঁ। বাহতেই যাম বুলি ভাবিছিলোঁ। খৰচটো পালে গধীৰে ভৱাব দৰেই কামটো কৰিব পাৰোঁ।"

"ৰাক দিওঁ" বুলি বৰুৱা ভিতৰলৈ উঠিল। আৰু অলপ সময়ৰ পিছতে ঘূৰি আহি গাওঁবুঢ়াক দহটকীয়া নোট এখন দিলেহি—"এইয়া লোৱাঁ গাওঁবুঢ়া"

"দিয়ক" বুলি গাওঁবুঢ়াই হাত মেলি লৈ "এতিয়া আৰু দেউতা বেছি নকৰোঁ। যাওঁহে। মই লগাতপা খা-খবৰ দিয়লৈ মাজে মাজে আহিম"

"বাক বাক আহি খা-খবৰ দি থাকিবাঁ"

গাওঁবুঢ়া কোবাকুবিকৈ গ'লগৈ।

"গৰীব বুলি কৈয়ে টকা দহোটা ফট্‌কৰে গৰকালো। নিৰ্বাচনীৰ আলখন গেলাই লৈ এনেকৈ এণ্ড দুটা এটা মানুহ মাজে মাজে উঠাব, মন্ত্ৰো অকুণ্ঠিতে দিব লাগিব। কাৰণ ভোটৰ সময়ত দুই এক এনে মানুহ হাতত লাগে"—এনেকৈ ভাবি বকবা ভিতৰলৈ উঠিল আৰু লগতে "অ' মোলোকা, মোলোকা, এই আবাৰি চকীখন আৰু শুৰ-গুৰীটো ভিতৰলৈ সুমাই থবি" বুলি চিঞৰি চিঞৰি ক'লে।

( পোন্ধৰ )

অমিয়া এতিয়া আই, এ, শ্ৰেণীৰ চোকেও ইয়েৰত পঢ়ে। পূজাৰ বন্ধত এইবাৰ নগাৰ'ৰ পৰা আহিলগে, বিপিনেও লং ক্লাহৰ চেকেণ্ড ইয়েৰত পঢ়ে। যোৱা বছৰতেই ইনচিয়ৰেন্‌স্ কোম্পানীত এটা চাকৰিৰ যোগাৰ কৰি ল'লে। গতিকে কলেজ বন্ধ হ'লেই অমিয়াৰ লগত নগাৰ'লৈ চিত্তাপ মেলাৰ সুবিধা কণৰ পৰা বঞ্চিত হ'ল। সেইকাৰণে এইবাৰ পূজাৰ বন্ধত ঘৰলৈ যাব নোৱাৰিলে।

আগৰদৰেই অমিয়া আৰু বিপিন সঘনাই লগ হ'য়।

এদিন অমিয়াই এৰাএৰি হ'বৰ সময়ত বিপিনক ক'লে—"অ' ককাইদেউ, আপোনাক ক'বলৈ পাহৰিছিলোঁৱেই। আমাৰ হোষ্টেলৰ পিক্‌নিক্ ডিচেম্বৰৰ দুই তাৰিখে হ'ব, জানেনে ?"

"তোমালোকৰ হোষ্টেলৰ পিক্‌নিক্ কেতিয়া হ'ব মই আগতে কেনেকৈ জানিম! তুমি ক'লতহে বুজিছোঁ।"

"বাৰু ককাইদেউ, পিক্‌নিকলৈ আপোনালোকৰ হোষ্টেল নেযায় নেকি ?"

"প্ৰত্যেক বছৰেই পিক্‌নিক্ হৈ থাকে। এইবাৰো সম্ভৱ হ'ব"—বিপিনে কয়।

এইদৰে কথা পাতি পাতি আহি বিপিনে অমিয়াক বৰদলৈ কলেজৰ হোষ্টেলৰ গেটৰ মুখতে এৰি নিজৰ হোষ্টেললৈ আহিল।

সেইদিনা ৰাতি ভাত পানী খাই উঠি বিপিন দুৱাৰৰ কামত সোমাল। দুৱাৰো ভাত খাই উঠি চিগাৰেট হঁপি হঁপি মেগখন ভৰিতে লৈগেই বেৰত আওঁজি বহি আছে। বিপিনক সোমাই

অহা দেখি মাত লগালে—“আহাঁ, ভাই, আহাঁ। আজিকালি আমাৰ খা-খবৰ নোলোৱাই হ'লাদেখোঁন”

এনেতে প্ৰফুল্লও দুলালৰ কমলৈ সোমাই আহে। আহোঁতে দুলালে বিপিনক কোৱা কথাষাৰ শুনে—“তুমিনো আছাঁ ক'ত হে! বিপিনৰ তোমাৰ খবৰ ল'বৰ সময় ক'ত? বিপিন এতিয়া মজগুল বুইছাঁ!”—সোমোৱাৰ লগে লগে প্ৰফুল্লই ক'লে।

“কি যে কথাবোৰ কোৰা একো নুবুজু।” দুলালে কয়।

“গোটেই ব্লাফ্ বুইছা ব্ৰাদাৰ গোটেই ব্লাফ্”—বিপিনে কয়।

“কিবা এটা গুংসূত্ৰ নহ'লে কেন্দ্ৰ নাইকিয়া ব্লাফ্ হ'ব পাৰেনে?”—দুলালে সমিধান দিয়ে।

“গোসাঁই ঘৰত কোন? মই কল খোৱা নাইৰ দৰে হোৱা নাইনে এওঁৰ কথাষাৰ?”—প্ৰফুল্লই কয়।

ইতিমধ্যে নবীন সোমাই আহে।

“কিনো হ'লহে? ইমান আৰাও তুলিছাহঁক কিহৰ কাৰণে?”—নবীনে সোধে।

“থ থ, তই বৰ বেকডেটেড্, সংসাৰৰ আওভাও একোকে নেপাৱ।”—প্ৰফুল্লই নবীনক কয়।

“মই ভাই বৰ বেক্‌ডেটেড্ হয় অ'। একোকে বুজ পোৱা নাই। কথা কিমান পাইছেগৈ মক'লে বুজি নেপাওঁ”—নবীনে কয়।

“কিটো ক'বলৈ আছে? কথা একেবাৰেই আশল শজাৰ পৰা খুবলী পালেগৈ বুইছ!” প্ৰফুল্লই কয়।

সকলোৱাবেই গিৰগিৰণি মাৰি হাঁহিবলৈ ধৰে। হাঁহিৰ ৰোলে অন্য কেইজনমান ল'ৰাকো সেই ৰামলৈ টানি আনে। এনেকৈ কোঠাত বহুত ল'ৰা জমে।

“কি অ' এইবোৰ ইহঁতে কি কয়, বিপিন!”—নবীনে সোধে।

“কি মাভিৰি, সকলোৰে ভোট দিছহঁক যেতিয়া মোৰ মাতিবলৈ একো নাই। নোহোৱা কথাও পাৰ্বত গজিব। বোলে ভ্যাকব্যা নাও বাসেও যায়”—বিপিনে উত্তৰ দিয়ে।

"আক অকলশৰীয়া নাওঁ কেনি যায় ধৰিবকই নোৱাৰি !" —প্ৰফুল্লই কয়।

"অকলশৰীয়া নাওঁ চাবমেৰিণ, তাঁৰ একো ভৎ ধৰিব নোৱাৰি !"—দুলালে কয়।

আকৌ সকলোৱে হাঁহে।

"পিচে এনেকৈ ফাজলামি কৰি থাকিলেই হ'বনে? নৱেম্বৰৰ শেষ পৰিল, ডিচেম্বৰ সোমায়হে লাগে। আমাৰ পিক্‌নিক্‌ৰ যোগাৰ নকৰ নেকি ?"—বিপিনে দুলালৰ ফালে চায়।

"ৰবদলৈ কলেজৰো পিক্‌নিক্ হৈছেনে কি ?"—প্ৰফুল্লই সোধে।

"মই কেনেকৈ ক'ম অ"—বিপিনে উত্তৰ দিয়ে।

"ৰবদলৈ কলেজ হোষ্টেলৰ পিক্‌নিক্ ডিচেম্বৰৰ দুই তাৰিখে মই ক'ব পাৰোঁ।"—নবীনে কয়।

"বাঃ বাঃ বিপিন ! ভালেতো পিক্‌নিক্‌ৰ কথাত ইমান জোৰ দিছ !"—প্ৰফুল্লই কয়।

"অ, ৰবদলৈ হোষ্টেলৰ পিক্‌নিক্‌ৰ খবৰটো এতিয়া মইহে দিলোঁ ?"—বিপিনে সোধে।

"যেয়ে খবৰটো দিয়ক, তোৰ ইন্‌টাৰেষ্টটো যে'চ্ হৈছে" —প্ৰফুল্লই উত্তৰ দিয়ে।

"তেওঁৰ নো কিহৰ ইন্‌টাৰেষ্ট্ যে'চ্ হৈছেহে ?"—দুলালে সোধে।

"ই ! নাজানানে কি ?"

"কেনেকৈ জানিম ?"—দুলালে কয়।

"হেঁ হেঁ ভদীয়া কাই, ভাদ মাহৰ বজাৰত জোট মৰিচ বেচিছিলি, জাজৰো নাম গোন্ধ নাই।" তুমিনো বিপিনৰ তলা-নজা পাৰানে ? ৰবদলৈ কলেজ হোষ্টেলত তেওঁৰ গোটেই যেটাৰ হাফ অৰ্থাৎ অৰ্দ্ধাঙ্গিনী"—প্ৰফুল্লই কয়।

"তেনেহ'লে বিপিনৰ স্বাৰ্থৰ খাতিৰতেই আমিও সেইদিনাই পিক্‌নিক্ পাৰ্টীৰ যোগাৰ কৰোঁ"—দুলালে কয়।

"হেৰা বিপিন, পিচে পিক্‌নিকৰ জেগা ক'ত হ'ব ?" —প্ৰফুল্লই সোধে।

"বৰদলৈ কলেজ হোষ্টেল বশিষ্ঠলৈ যাব। আমি তালৈ নোযোৱাই ভাল হ'ব"—বিপিনে কয়।

"হ'ব হ'ব দে। আমিও তালৈকে যামহঁক। চিন্তা কৰিব নেলাগে। তোৰ মনৰ যোগান ধৰিবৰ কাৰণেহে পিক্‌নিক্।" —প্ৰফুল্লই উত্তৰ দিয়ে।

সকলো চৰায়ে মাছ খায়, মাছৰোকাৰহে নাম কয়।

বিপিনৰ গাতে আওঁজি গোটেই হোষ্টেল পিক্‌নিক্‌লৈ যাবলৈ উধাউল হ'ল।

আজি ডিচেম্বৰৰ দুই তাৰিখ। ৰাতি পুৱাৰ লগে লগেই বৰদলৈ কলেজৰ হোষ্টেলত মাইক্ বাজি উঠিল। আৰু চাৰে সাতটামান বজাত মাইক লগোৱা বাছ এৰি দিলে বশিষ্ঠলৈ।

ল' কলেজৰ হোষ্টেলৰো বাছ লগে লগেই এৰি দিলে। দুখন বাছ বাটত লগ লাগিল। দুখনৰ মাইকৰ কোড়ালত আকাশ-পাতাল ভেদিল। কাৰো মাত কতো নুশুনি ; মাইক অলপ থামিলেও আকাশত ভুঁাহি উঠিল —থ্ৰিচিয়েৰচ্ ফৰ ল' কলেজ পিক্‌নিক্ পাৰ্টী হিপ হিপ হুৰে, হিপ হিপ হুৰে, হিপ হিপ হুৰে, হিপ হিপ হুৰে।

ৰাস্তাৰ সৰহ ভাগ মানুহেই ইংৰাজীতে হৰ্ষোৎল্লাসৰ অৰ্থ নেপালে যদিও বাৰ্-ভায়াৰ কিবা বও বহইচৰ আগন্তুক হৈছে বুলি বুজিলে।

তেনেকৈ বৰদলৈ কলেজৰ বাছৰ পৰা প্ৰত্যুত্তৰ প্ৰতিধ্বনিত হ'ল।

ল'ৰাৰ বাছৰ পৰা কিৰিলি পাৰে, মটৰৰ বতীত চকিয়াই চকিয়াই আৱাজ কৰে। ছোৱালীৰ বাছৰ ভিতৰ বতীৰ পৰাও তেনেকৈ শব্দ আহে, অৱশ্যে অলপ নৰমকৈ। হঠাতে ল' কলেজৰ বাছে বৰদলৈ কলেজৰ বাছক চেৰপেলাই আগবাঢ়ে ; ল'ৰাবোৰে হাত উলিয়াই চকিয়াই চকিয়াই কিৰিলি পাৰে। ছোৱালীবোৰে হাঁহি মাৰে।

এনেকৈ বাছ দৈ দৈ বশিষ্ঠাশ্ৰম পালেগৈ।

চাহ তাহৰ যোগাৰ হ'ল। নটা-সংহোলাৰ ভিতৰত চাহ খাই উঠি ল'ৰাবোৰ তাঁচত বহিল। বিপিনে তাঁচ খেলিবলৈ নলৈ ওচৰতে বহি থাকিবলৈ ধৰিলে।

ছোৱালীবোৰে ইফালে সিফালে ঘূৰিবলৈ আৰম্ভ কৰিলে। কোনোৱে শিলৰ ওপৰত বহি পানীৰ সোঁতৰ আলেখ লেখ চাইছে, কোনো কোনোৱে শিলৰ ওপৰে ওপৰে জপিয়াই জপিয়াই সোঁতে সোঁতে নামি গৈছে।

সন্ধ্যা, ললিতা, কান্তা, তিনি দেৱকন্যাই যেন কুলু কুলু সুৰে বৈ বশিষ্ঠৰ বাতৰা আজিও বহন কৰিছে। তিনিও একত্রিত হৈ যেন আজিও বশিষ্ঠৰ বৈদিক সামস্তোত্ৰৰ ধ্বনিৰে চৌদিশ মুখৰিত কৰি তুলিছে।

ইয়াৰ মাজে মাজে দুটা এটা চৰাইৰ মধুৰ ধৰ্ণনয়ে আশ্রম-সুলভ পৰিবেশৰ কথা সোঁৱৰাই দিয়ে।

আশ্রমৰ হৰিণবিলাক হয়তো সুসভ্য মানুহৰ অত্যাচাৰত ৰ'ব নোৱাৰি হাবিয়ে বননিয়ে সোমাই পৰিছে।

কোনে জানে আজিও সিহঁতে ভুৰিটিৰ পাৰে পাৰে গৈ দূৰদূৰণিৰ কোনোবা অটব্য হাবিৰ মাজত মিলনৰ কাৰণে চেষ্টা কৰিছেগৈ, আজিও কৃষ্ণসাৰে তাৰ শিঙৰ আগেৰে চকুৰ দাঁতিত খজুৱাই দি মৃগীক প্রেম নিবেদন কৰিছিগৈ।

চাকৈ চকোৱা হালে ৰাতিটোৰ বিৰহৰ ব্যথাত উদ্বিগ্ন হৈ যেন এতিয়াও বশিষ্ঠাশ্রমত মিলনৰ প্রতীক্ষাত ৰাতি পুৱাবৰ কাৰণে বাট চাই আছে। এনেতে সখীয়তী চৰাইয়ে সখী ঔ সখী ঔ বুলি আৰাও ভুৰিলে।

বিপিনেও তাঁচ খেলাৰ পৰা সুকক কৰি উঠি লাহে লাহে ভুৰিটিৰ ফালে আগবাঢ়িল। আৰু অমিয়াক ভুৰি পাৰ হৈ কেইজনীমান ছোৱালীৰ লগত সিফালে হাবিৰ মাজে মাজে আগবাঢ়িবলৈ কাৰবাৰ কৰা দেখিলে। বিপিনেও ভুৰিটি পাৰ হৈ লাহে লাহে পিচ ললে।

বিপিনক আগবাঢ়ি যোৱা দেখি অমিয়া অলপ ৰ'ল। বাকী কেইজনী ছোৱালীয়েও অমিয়াৰ কাৰণে থমকিলে। সকলোৱে লাহে লাহে যাবলৈ ধৰিলে। অলপৰ পিচতে হাবিৰ সিপাৰে সৰু সৰু পাহাৰৰ ওখৰ নাৰো পাৱতবিলাক চকুত পৰিল।

উলু আৰু বিৰিণাৰ মাজে মাজে পাহাৰৰ তলে তলে লুভুলুভীয়া বাটবোৰ অকাইপকাই সেই গাওঁবোৰৰ মাজে মাজে গৈছে। পাহাৰৰ নামনিত ধুনীয়া ধুনীয়া কলৰ জোপাবোৰ ; তাৰে কোনো জোপাই ডিল মেলিছে ; কোনো জোপাৰ থোক পৈণত হৈছে ; কোনো জোপাক কেউফালে সৰু সৰু পুৰঠ পুলিবোৰে বেৰি আছে যেনিবা এটা পৰ্বতক সৰু সৰু পাহাৰবোৰে ঘেৰিহে আছে।

পকি উঠা ধাননিৰ পথাৰবিলাকে পাহাৰবিলাকৰ খৰালিৰ নীৰসতাক যেন নানা ৰঙেৰে বোলাই পেলাইছে। মাজে মাজে দুই চাৰি গাৰো মতা মাইকীয়ে ধান দাবলৈ আৰম্ভ কৰিছে। সিহঁতৰ মনবোৰত এটা আশাৰ সঞ্চাৰ হৈছে। হঠাতে নগৰীয়া বাবু মেথা সকলক দেখি মাইকীবোৰে ভেলেঙীৰ দৰে ৰ লাগি চাইছে।

"ক'ৰ কৰা আহিছ অ' তহঁত ?"—টিচিঙে সোধে।

"ক'ৰ পৰা অহা যেন লাগিছে আমাক ?"—বিপিনে তাক পৰীক্ষা কৰে।

"ক'ৰ পৰা হ'ব আৰু, গুৱাহাটীৰ যেন পাওঁ !"—টিচিঙে উত্তৰ দিয়ে।

"হয়, হয়, তুমি ঠিক ধৰিছা। তোমাৰ নাম কি ?" —বিপিনে সোধে।

"মোৰ নাম টিচিং। তই কি কাম কৰ ?"—টিচিঙে প্ৰশ্ন কৰে।

"মই পঢ়োঁ হে"—বিপিনে কয়।

"এই আপীগিলাৰ লগত তই একেলাই পঢ়না কি ?"—টিচিঙে প্ৰশ্ন কৰে। প্ৰশ্ন শুনি বিপিন আৰু ছোৱালীবিলাকে হাঁহে।

এনেকৈ আহি আহি আকৌ দূৰণিৰ পাহাৰৰ কাষ পায়হি। ধাননিৰ মাজে মাজে একোটা লোৰেদি এতিয়াও পাহাৰৰ পৰা অহা পানীৰ সোঁত বৈ আছে। এই চিলচিলীয়া পানীৰ সোঁতত হাঁহবিলাকে কেঁক কেঁক শব্দ কৰি সাঁতোৰ মেলিছে। এনে সুন্দৰ দৃশ্য উপভোগ কৰি কৰি পাহাৰৰ দাঁতিৰ জুৰিটিৰ কাষ কেতিয়া পালেহি কোনেও ক'ব নোৱাৰিলে।

জুৰিটিৰ এই পাৰে সৰু সৰু বাঁহৰ জোপাবোৰ। জোপাবোৰৰ তলত জুৰিৰ গলসুৰা বোকা। তাতে মানুহ-দুনুহৰ বাধাৰ পৰা হাত সৰা যেন গাই গাৰো মানুহৰ পোহনীয়া গাহৰিবোৰে মাটি খান্দি আছে

অলপ বহল জুবিটো পাৰ হ'বৰ কাৰণে কোনো সাঁকো নাই। পাৰ হ'বৰ কাৰণে বিপিনে কোনো কষ্ট নোহোৱাকৈ এটা জাপ মাৰিলে। তাকে দেখি বেচেৰী অমিয়ায়ো প্ৰচণ্ড বেগেৰে সোলোকাই জাপ মাৰিবৰ কাৰণে চিপিয়ালে। পাৰ হ'ব নোৱাৰি পানীত ভৰি পৰাত খপং কৰি এটা শব্দ হ'ল। নিষ্কণ্টক ভাবে চৰি থকা পাহৰিবোৰে চক্ খাই ঘঁক্ ঘঁক্ শব্দ কৰি বিপ্লাশবদে লৰ মাৰি হাবিৰ মাজে মাজে জৰ্জৰাই খলকনি তুলিলে। জুবিটিৰ এই পাৰৰ হোৱাজীবোৰে ভয়তে উভতি ধাননিৰ মাজে মাজে দৌৰ মাৰিলে। সিপাৰত পানীত ভৰি খলং কৰাৰ লগে লগেই কিহৰ শব্দ হ'ল একো তৎ ধৰিব নোৱাৰি অমিয়াই ভয়তে চিঞৰ মাৰি দিলে। বিপিনেও বিজুলী বেগেৰে আহি অমিয়াৰ হাত দুখনত ধৰিব খুজিলে। ভয়ত অঠাৰৰ হৈ অমিয়াই বিপিনক সাৱট মাৰি ধৰিলে। বিপিনে অমিয়াক তেনেকৈ ধৰিবলৈ মানা কৰিলে—

"হে। হে। তুমি ইমান ভয় খাই হিতাহিত জ্ঞান হেৰুৱাইছা। কিয় ?"

"মোক ধৰক না, মোৰ বৰ ভয় লাগিছে। সেইবোৰ বনৰীয়া হাতী আহিছে হ'ব পায়।" অমিয়াই ভয়তে অধীৰ হৈ উত্তৰ দিয়ে।

কথা শুনি বিপিনে হাঁহে আৰু কয়— "হয়, হয়, সেইজোপা বনৰীয়া হাতী এই ফালেকে আহিব ধৰিছে।"

অমিয়াই ভয়তে বিহ্বল হৈ বিপিনক জোৰেৰে সাৱট মাৰি ধৰি বিপিনৰ মুখৰ ওচৰত মুখখন থয়। বিপিনো স্পৰ্শৰ অলৌকিক সুখত আত্মহাৰা হয়।

দুয়ো দুয়োৰে মুখলৈ চায়। চকুৰে চকুৰ পচাৰ সজাৰ নোৱাৰি থৰ হয়। কিবা এটা আবেগৰ উদ্দাম অনুভূতিয়ে বিপিনৰ মন চঞ্চল কৰে। অমিয়াক বিপিনৰ অতি আপোন আপোন লাগে।

বিপিনে কৈ উঠে—"অমিয়া! আজিৰ পৰা তুমি মোৰ!"

"মোক ৰক্ষা কৰক, বিপিন ককাইদেউ।"—অইন একো কব নোৱাৰি যেন অমিয়াই তেনেকৈয়ে সম্ভাষণ জনায়। প্ৰেয়সীৰ আত্মদান আত্মৰক্ষাৰ কাৰণে কৰা প্ৰচেষ্টাহে মাথোন।

"মইতো তোমাক ৰক্ষা কৰিবৰ কাৰণে যত্নৰ ত্ৰুটি কৰা নাই"—বিপিনে কয়।

অমিয়াৰ শৰীৰৰ কঁপনি তেতিয়াও মাৰ যোৱা নাছিল। ভয়তে অমিয়াই বিপিনক টানি সাৱটি ধৰে। বিপিনৰো অমিয়াৰ বুকুৰ উমৰ সোৱাদটো মিঠা মিঠা লাগে।

"কি হে! এতিয়াও তোমাৰ কঁপনি মাৰ যোৱা নাই কিয়?" —বিপিনে সোধে।

"বনৰীয়া হাঁতীৰ ভয়ত!"—অমিয়াই কয়।

"ক'ৰ হাতী?"—বিপিনে সোধে।

"সেইবোৰ যে শব্দ কৰিছিলে"

"সেইবোৰ হাতী নহয়, গাহৰিহে।"—বুলি বিপিনে হাঁহিবলৈ ধৰিলে।

"গাহৰিয়ে মানুহ নাখায় নেকি?"—অমিয়াই সোধে।

"বনৰীয়া গাহৰিয়ে খুন্দিয়াই মানুহ মাৰে। সেইবোৰ মিকিৰৰ ঘৰচীয়া গাহৰিহে। একো নকৰে।"

অমিয়াৰ নিজ দুৰ্ব্বলতা এনেকৈ প্ৰকাশ পোৱাত লাজতে ৰঙা-জঙা পৰে আৰু কয়—"এৰি দিয়ক না।"

"এৰি দিম। পিচে এটা কথা কোৱাচোঁন। তোমাৰ আৱশ্যক অনুসৰিয়েই ধৰিব লাগিব এৰিব লাগিব নেকি?"

"কি কথাবোৰ কয়, কক্কাইদেউ! মই একো বুজ নেপাওঁ" —অমিয়াই কয়।

"মানে তোমাৰ তাগিদা অনুসৰিয়েই মই চলিব লাগিবনে কি? আৰু যদি তোমাৰ সেই তাগিদা অন্য ফালৰ পৰাও পূৰাবৰ সম্ভাৱনা হ'ব পাৰে, তেতিয়া মোক এৰি দিবাঁনে কি?"—বিপিনে সোধে।

"আপোনাক বাদ দি মোৰ জীৱনৰ অন্য কোনো সম্ভাৱনা নাই!"

"ঠিক তো?"

"ঠিক!"—অমিয়াই কয়।

ভালপোৱাই অনিশ্চয়তাৰ মাজেদি যেছিদিন বাট বুজিব নোখোজে।

এনেতে বহুত দূৰৈত মাইকৰ শব্দ যেন শুনা যায়—"আমাৰ পিক্‌নিক্ পাৰ্টীৰ ভাত খোৱাৰ সময় হ'ল। বন্ধুসকল। কোন ক'ত আছে সকলো আহি যাওক।"

অমিয়া আৰু বিপিন বেলেগ বাটেৰে আহি পিক্‌নিক্‌ৰ দলত সোমায়হি।

(যোল্ল)

"দেউতা, পিচে চিলঙৰ পৰা কেতিয়া ঘূৰিলে"- -পুৰাৰাম পাওঁবুঢ়াই সোধে।

"কালিয়েই আহিলোঁ" —বেণুধৰ বৰুৱাই উত্তৰ দিয়ে।

"যাবগৈ কেতিয়া ?"

"আজি দুটা মান বজাত যামগৈ"

"আজি নগ'লে নহয় নে ?"

"কিয় সুধিলা ?"

"আমাৰ তাৰ বাইজে আপোনাক লগ পাবৰ ইচ্ছা কৰে।"

"ৰাইজক লগ পাই সকলোকে দেখা শুনা কৰি অহাৰ আৱশ্যকতা অৱশ্যে আছিল; পিচে এইবাৰলৈ সময় নহ'ব। কাৰণ মোৰ ছোৱালীজনী গুৱাহাটীৰ কলেজৰ হোষ্টেলত আছে। তাইৰ, এইবাৰ বছৰেকীয়া পৰীক্ষা শেষ হ'ল আৰু খবৰো ওলাল। থাৰ্ডইয়েৰৰ পৰা ফৰ্থ ইয়েৰলৈ প্ৰমোচন পাইছে। মই চিলঙত থাকিবলগীয়া হোৱাৰ কাৰণে চিলঙৰ কলেজলৈ তাইৰো নাম বদলি কৰি নিব লাগিব। গতিকে আজি মই গুৱাহাটীৰ পৰা চিলঙলৈ তাইক মোৰ লগতে লৈ যাম বুলি ভাবিছোঁ।"

"কেলেই দুই এদিন পিচতো লৈ লৈ যাব নোৱাৰিবনে কি ?"

"নহয় পাওঁবুঢ়া কাই, কথাটো তুমি বুজা নাই। কাইলৈৰ পৰা সিইতৰ কলেজৰ গৰম বন্ধ আৰম্ভ হ'ব। আৰু লগতে আজিৰ পৰা সিইতৰ হোষ্টেলো বন্ধ হ'ব। গতিকে আজিয়েই যদি মই তাইক লৈ নাযাওঁ, তেন্তে তাই কাইলৈৰ পৰা কাৰ লগত থাকিব ?"

"এৰা, এৰা, গাভৰু হোৱালী তেনেকৈ ঘ'তে ত'তে থাকিবলৈ এৰি দিবও নোৱাৰি।"

"তেনেকৈ ঘ'তে ত'তে থাকিবলৈকো আগতে সুবিধা কৰি অহাহেঁতেন পাৰিলেহেঁতেন। তাই আজি মোলৈ বাট চাই থাকিব। আৰু মই নগ'লে বৰ মস্কিলত পৰিব।"

"তেনেহ'লে যাওক। পিচে পৰে আহিলে নিজৰ গাঁৱৰ ফালৰ পৰা পাক এটা মাৰিব।"

"নিশ্চয় মাৰিম।"

"নহ'লে ৰাইজে ক'ব যে ভোট পাই মন্ত্ৰী হ'ল যেতিয়া এইফালে ক'ত কাণষাৰ কৰে!"

"তুমি আচল কথাটো বুজাই ক'বাগৈ আৰু লগতে বুজাবাঁ যে তেখেতে নতুনকৈ মন্ত্ৰী হোৱাত কামৰ আওঁভাওঁ পাওঁতে অসুবিধা পাইছে। গতিকে এতিয়া কামৰ আওঁভাওঁ বুজি নোলোৱালৈকে ছিলং এৰি বাহিৰত থাকিব নোৱাৰে। পিচে পৰে আহিব।"

"সেইবোৰ কথা কেনেকৈ ক'ব লাগে মোক শিকাব লাগিছেনে দেউতা! মই পোনাই পাজৰাই সকলো ক'ম নহয়।"

"তোমাকনো মই চিনি পাবলৈ বাকী আছেনে? তুমি সহায় থাকিলে মই নিৰ্ভয়ে থাকিব পাৰোঁ।"

"একো চিন্তা নকৰিব দেউতা! এতিয়া তেনেহ'লে মই উঠোঁহে।"

"যোৱাঁ তেনেহ'লে। মোবো পা-পা ধুই খাই বৈ অলপ জুৰাই ওলাবৰে হ'বহি।"

এনেকৈ ক'লত পাওঁবুঢ়া লাহে লাহে ওলাই গ'ল। বেণুধৰ মকৰায়ো লাহে লাহে পা-পা ধুই খাই বৈ অলপ জুৰালে। আৰু ডেৰটা মান বজাত গুৱাহাটীৰ অভিমুখে যাত্ৰা কৰিলে। অমিক লগত লৈ সেইদিনাই ৰাতি সাতোটাৰ সময়ত ছিলঙৰ নিজৰ আবাসত উঠিলগৈ।

( সোতৰ )

অমিয়াৰ ছিলঙলৈ বদলি কৰি নিয়াৰ বছৰতে বিপিনে আইন পৰীক্ষাৰ ফাইনেল দিয়েই ঘৰলৈ গুচি আহিল।

চাই থাকোঁতেই এনেকৈ প্ৰায় পাঁচমাহ মান গ'ল। পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত বিপিনে ওকালতি শিক্ষা নবিচি আৰম্ভ কৰা আজি প্ৰায় দুমাহ। বিপিন নিজৌ কাচাৰীলৈ যায় আৰু নিজৰ হাজিৰা দিয়ে। লগে লগে অ'ত ত'ত দুই এখন দৰ্খাস্ত লিখি দি দুই চাৰি পইচা উলিয়ায়।

এনেকৈ মোটামুটীভাৱে চলি থাকিব পাৰিছিল যদিও বিপিনে আজৰি সময়বিলাক অৰ্থাৎ কটাবলগীয়া হোৱাত মনতে বৰ অস্বস্তি বোধ কৰিছিল। ইয়াৰ এটা সমাধান কৰিবলৈকে যেন বিপিনে এদিন দেউতাকক ক'লে—"এনেকৈ থাকি থাকি কিবা ভাল নলগা হৈছে।"

"কিয় তোৰ ওকালতি ভাল লগা নাইনে কি?"

"ওকালতি ভাল লগা নলগাৰ কথা কোৱা নাই। বহুত সময় এনেয়ে কটাবলগীয়া হোৱাত নিষ্কৰ্মা হৈ থাকিলে অভ্যাসত পৰিণত হ'বগৈ পাৰে।"

"তই দেখোন আইনৰ কিতাপ-পত্ৰবোৰকে লুটিয়াই বাগৰাই থাকিব পাৰ।"

"আইনৰ কিতাপ-পত্ৰবোৰত এনেয়ে চকু ফুৰাই থাকিলে একো লাভ নহয়। কোনো মোকৰ্দ্দমাৰ খুতিনাতি লৈ আলোচনা কৰিলেহে আইন সম্বন্ধীয় কথাবোৰ পৰিষ্কাৰ হয়। ইপিনে তেনেকৈ চাই-চিতি থাকিবলৈকো কোনো কিতাপ নাই।"

"দুই এখন বিচাৰখোচাৰ কৰি আনি নলয় কিয়?"

"বিচাৰখোচাৰ কৰি চাইছোঁ, ক'তো পাবলৈ নাই। ইপিনে কিনিকুটি আনিবলৈকো বহুত দাম।"

"এভিয়া চলিবলৈ তোক আনুমানিক কিমান টকাৰ দৰ্কাৰ হ'ব?"

"কম পক্ষেও পাঁচশ-ছশ টকাৰ দৰ্কাৰ হ'ব"

"ইমানখিনি টকা একেলগে যোগাৰ কৰিব নোৱাৰিলেও লাহে লাহে এটা দিহা কৰিব পৰা যাব"

"লাহে লাহে বুলি যে কৈছে কেইমাহমানৰ পিছতে চনদ্‌খন আনিবৰ কাৰণে দুশ টকা জমা দিব লাগিব। তাৰ পিছত ওকালতি আৰম্ভ কৰিলে আৰু বহুত টকাৰ আৱশ্যক হ'ব। কমেও দুহেজাৰ

টকা লাগিব। এতিয়া প্ৰায় ছমাহ পাৰ হ'লেই। চাওঁতে চাওঁতে এবছৰ পাৰ হৈ যাবগৈ"—হতাশৰ সুৰত বিপিনে কয়।

"তেনেকৈ হতাশ হ'বলগীয়া একো হোৱা নাই। কিবা এটা উপায় কৰিব লাগিব।"

এনেদৰে আলোচনা কৰি কোনো উপায় নেদেখি দুয়ো যেন বিব্ৰত হৈ বহি থাকে। লাহে লাহে সন্ধিয়াৰ আন্ধাৰে এই নিৰাশাৰ ভাৰবক যেন বেছি গাঢ় কৰি পেলালে। বাটেদি দুই এখন মটৰ গাড়ীয়ে ভোঁ ভোঁ কৰি চলি এই নিঃস্তব্ধতা ভেদ কৰিলে। ভাবি ভাবি একো উপায় নেপাই শইকীয়াই বিপিনক ক'লে "ভিতৰলৈ গৈ মাৰক মোক শুৰগুৰিটো লগাই দিবলৈ কগৈ।" বিপিন ভিতৰলৈ সোমাই গ'ল আৰু শইকীয়া নীৰৱে বহি ৰ'ল। এনেতে লাহে লাহে কনক শৰ্মা আহি দুৱাৰদলিত থিয় দিলে। আৰু আন্ধাৰত কাকো দেখা নেপাই চিঞৰ মাৰিলে—"ঘৰত কোন আছাহঁক হে!"

ভাৱত তন্ময় হৈ বহি থকা শইকীয়াই কনক শৰ্মাৰ মাতত উচপ খোৱাদি খালে আৰু নিজকে চম্ভালি কোন আহিছে তইনত কৰি চাই কনক শৰ্মা বুলি বুজিলে—"অ শৰ্মানে কি আহঁা।" কনক শৰ্মায়ো হঠাতে ওচৰৰ পৰায়ে প্ৰত্যুত্তৰ পাই অপ্ৰস্তুত হ'ল আৰু ক'লে—"আন্ধাৰতে মানুহ এনেকৈ বহি থাকিবাঁ বুলি মই ভৱাই নাছিলোঁ। তুমি নাই বুলিয়েই মই ডাঙৰকৈ মাতি মোৰ উপস্থিতিৰ জাননী দিবলৈ বিচাৰিছিলোঁ।"

"এৰা, এৰা, তুমিনো মই ইয়াতে ভূত বহাদি এন্ধাৰে মুধাৰে বহি থাকিম বুলি কেনেকৈ জানিবাঁ। কিবা এটা কথা ভাবি ভাবি ইয়াতে মূৰ ঘমাই বহি আছোঁ।"

"কিনো ইমান ডাঙৰ কথা হ'ল যে যোগসাধন কৰি সমাধান কৰিব খুজিছাঁ?"

এনেতে বিপিনে সোঁহাতত শুৰগুৰিটো আৰু বাওঁহাতত এটা লেম লৈ সোমাই আহি কনক শৰ্মাক দেখি "অ' দদাইদেউ দেখোঁন, থিয় হৈ আছে কিয়? বহক" বুলি কৈ লেমটো টেবুলৰ ওপৰত থয় আৰু পকা আওঠাৰ চিলিমৰ সৈতে শুৰগুৰিটো শইকীয়াৰ ওচৰত সজাই দিয়ে।

"অ' বহিছোঁ বোপাই।" বুলি কনক শৰ্মাই বিপিনক সন্নিধান দি ওচৰৰে চকী এখনত বহি পৰে।

শইকীয়াই লাহে লাহে গুৰু গুৰুৱিত ভান দি দি কয়—"বুইছা শৰ্মা, যোগসাধন কৰিলেও আমাৰ যি চিৰন্তন সমস্যা সি চিৰন্তনেই হৈ ৰ'ব।"

"কিনো ইমান গভীৰ সমস্যা ভাঙিপাতি কোৱাচোন।"—কনক শৰ্মাই মাত লগায়।

"কিনো কম, বুইছাই নহয়। বিপিনক এতিয়া নহ'লেও অলপ দিনৰ ভিতৰতে প্ৰায় দুহেজাৰ টকাৰ যোগাৰ কৰি দিব লাগিব। কি উপায় কৰোঁ ভাবি কোনো অন্ত পোৱা নাই"

"ভাবি থাকিলেই অন্ত পাবানে? হাতে কামে লাগি যোৱাঁ।"

"কিহত লাগিম একো ৰাস্তা দেখা নাই"

"মই ৰাস্তা দেখুৱাই দিম। তুমি আকৌ যিহে আকোঁৰগজালি, ধৰিবাঁ জানোঁ?"

"ভাল দেখিলে কিয় নধৰিম?"

"ভাল নহ'ব কিয়! কওঁ শুনা, এতিয়া অক্টোবৰ মাহ আহিলেই, মাৰ্চ এপ্ৰিলত পৰীক্ষাবোৰ হ'ব। আমাৰ পণ্ডিতবনো কি। দুটা এটা টিউচনী বেছিকৈ কৰাৰ বাহিৰে অইন ৰাস্তা কি হ'ব পাৰে?"

"টিউচনী আৰু বেছিকৈ কৰিবলৈ সকাহ পাওঁ ক'ত? এতিয়াই টিউচনেৰেই দুই হাত বন্ধা।"

"তেনেকৈ কৰিলে সময় ক'ত পাবাঁ। মোৰ মতেৰে তুমি সেই সকলোবোৰ এৰি দিয়াঁ। ময়ো মোৰ যি য'ত টিউচন আছে এৰি দিওঁ। দুয়ো লগলাগি তোমাৰ ইয়াতে টিউটৰিয়েল স্কুল এটা খোলোহঁক। মই অঙ্ক, জ্যামিতি, ভূগোল, বিজ্ঞান শিকাম, তুমি সংস্কৃত, হিন্দী, অসমীয়া, বুৰঞ্জী আৰু বিপিনে ইংৰাজী আৰু ইংৰাজী সংক্ৰান্ত সকলো শিকাব। লগে লগে খবৰ কাগজতো বিজ্ঞাপন দি দিয়া যাব। কমেও মাহেকত এক হেজাৰ টকাৰ কমনি হ'ব।"

বিপিনে ইমান সময় কোনো কথা নোকোৱাকৈ সকলো মাত্ৰ শুনি আছিল। কনক শৰ্মাৰ ভাৱটো বৰ সুন্দৰ যেন পাই কৈ উঠিল—"খুব ভাল ভাৱটো মনত খেলাইছে। আজিকালি টিউটৰ বিচৰা

ল'ৰাৰ সংখ্যা খুব বেছি। উপযুক্ত টিউটৰ নাপাইহে হতাশ হয়। এনেকৈ এটা কচিং ক্লাচ খুলিলে ল'ৰাৰ ভিৰো হ'ব আৰু টকাও আহিব। মানুহৰ ঘৰে ঘৰে গৈ গৈ টিউচনী কৰাতকৈ সসন্মানেৰে ঘৰতে তাৰ যোগাৰ কৰি বেছি টকাৰ এটা সংস্থান কৰাই ভাল।"

"ল'ৰাৰ অভাৱ নহ'ব। বি. এল. আদি উচ্চযোগ্যতা সম্পন্ন লোকৰ দ্বাৰা খোলা হৈছে বুলি বাতৰি কাকতৰ যোগে জোৰেৰে প্ৰচাৰ কৰিব পাৰিলেই হয়"—কনক শৰ্মাই কয়।

"হওঁতে তোমাৰ ধাৰণাটো বেয়া হোৱা নাই। পিচে ৰাতিপুৱা ক্লাচ কৰিব লাগিলে বিপিনে ওকালতিৰ কাৰণে পঢ়াশুনা কৰিবৰ কাৰণে সময় নেপাব"—শইকীয়াই লাহেকৈ কয়।

"সন্ধিয়া টিউটৰিয়েল হ'ম চলালেই হয়। নাইবা অঙ্ক বিজ্ঞান আদি মই ৰাতিপুৱা ল'ম। তোমালোকে ইংৰাজী, অসমীয়া আদি গধূলি লবা। কমটি টকাতে ভাবোল চিফ্‌ট কৰিলে ইয়ো এটা আকৰ্ষণৰ কথা হ'ব"—কনক শৰ্মাই ক'লে।

"অৱশ্যে কথাটো হয়। পিচে নমো নাৰায়ণ বোলোঁতেই অলপ খৰচ লাগিব নহয়।"

"এতিয়াৰ কাৰণে তোমাৰ ঘৰতে থকা চকী টেবুল আদিয়েই হ'ব। পিচে পৰে ল'ৰাৰ ভিৰ হ'লে মই যি লাগে খৰচৰ যোগান ধৰিম। তুমি সেই বিষয়ে মূৰ ঘমাব নালাগে"—কনক শৰ্মাই টানকৈ ক'লে।

"তেনেহ'লে তুমি আৰু বিপিন লগ লাগি সকলো দিহাপুত্তি কৰা। মোৰ কৰলগীয়া একো নাই।"

"তুমি মনে মনে বহি থাকাঁ। মই যি কৰিব লাগে কৰিম।" এইবুলি শইকীয়াক সমিধান দি শৰ্মাই বিপিনক ক'লে—"বিপিন, তুমি অতি সোনকালে এটা বিজ্ঞাপন খবৰ কাগজত প্ৰকাশ কৰোৱা। তাৰ বাবদ যি খৰচ লাগে মই দিম।"

"বাৰু দদাইদেউ, মই তাৰ নথীটো কৰি আপোনাক দেখুৱাম। আপুনি অনুমোদন কৰিলেহে মই তাক প্ৰকাশ কৰাম।"

"তই খুব ভাল কথা কৈছ। বিজ্ঞাপনৰ চানেকিটো শৰ্মাক নেদেখুৱাকৈ প্ৰকাশ কৰিব নালাগে; তেওঁ এবাৰ চকু ফুৰাই দিলে কোনো খুঁত নেথাকিব।"

"মই তেখেতৰ ওচৰলৈ কাইলৈকে যাম্।"

"তেনেহ'লে তুমি কাইলৈ আমাৰ তাতে যাবাঁ। আমি দুয়ো বিতং আলোচনা কৰিমহঁক। মই এতিয়া আহোঁ।" এই বুলি কনক শৰ্মা যাবলৈ ওলাল।

"হেৰঁা শৰ্মা চাহ একাপ খাই যোৱাঁ।" শইকীয়াই ক'লে।

"নহয় নেলাগে। টিউচনলৈ বুলি ওলাই আহোঁতে তোমাৰ ইয়াত এনেয়েহে সোমাইছিলোঁ। বেলি বহুত হ'ল; যাওঁহে।"

"তেনেহ'লে যোৱাঁ। তাতে অকলমান পৰিব নহয়।"

কনক শৰ্মা হাঁহি হাঁহি ওলাই যায়।

( ওঠৰ )

"ছোৱালীৰ কাৰণে কিনো দৰা দৰা বুলি কৈ থাকাঁ, মই একো বুজি নেপাওঁ।" প্ৰতিভাৰ কথাত তিক্ত হৈ যেন বেণুধৰ বৰুৱাই কৈ উঠিল।

"গাভৰু ছোৱালী ঘৰত ৰাখি থোৱাটো বৰ ভাল কথা হোৱা নাই"—প্ৰতিভাই সমিধান দিয়ে।

"ক'তনো ঘৰত ৰাখি থৈছোহে? পঢ়ি থকা ছোৱালী পঢ়ি থাওক। সময় পৰিলে বিয়া হৈ যাব নহয়!"

"পঢ়ি থাকোঁতে থাকোঁতে সময় চৰি গ'লেগৈ পাছত সকলোৱে এঙাব।"

"পঢ়ি থকাৰ লগে লগে তলে তলে মই খা-খবৰ কৰি আছোঁ নহয়।"

"কৰিছে, কৰিছে খবৰ! সেই শইকীয়াৰ ঘৰৰ বিপিনলৈকে বুলি মনতে পাতি বহি আছে।"

"ক'তো খা-খবৰ কৰি একো সুবিধা কৰিব নোৱাৰিলে বিপিনলৈকে দিব লাগিব, যদি সি বিয়া কৰাব খোজে।"—বৰুৱাই কয়।

"সিতো বিয়া কৰাব খোজা নোখোজাৰ প্ৰশ্ন নুঠে; দিয়া নিদিয়াহে প্ৰশ্ন।"—প্ৰতিভাই কয়।

"কেনেকৈ? তুমি কি কথাটো কৈছা মই বুজা নাই।"

"মানে সি অমিয়াক বিয়া কৰাবলৈ খুব ইচ্ছা কৰে। আমি দিব খোজোঁনে নোখোজোঁ তাৰ চাব লাগিব।"

"তোমাৰ বিপিনলৈ ছোৱালী দিয়াত আপত্তি কিহৰ? তাৰ মানে অমিয়ায়ো এই প্ৰস্তাৱটো সিমান পচন্দ নকৰেনে কি?"

"অমিয়াই পচন্দ নকৰিব কিয়? তাই বিপিন বুলিলে গোটেইজনী উৰাউল, পিচে আমি আমাৰ ছোৱালী শইকীয়াৰ ঘৰলৈ দিব নোৱাৰোঁ।"

"অমিয়াই যদি আপত্তি নকৰে, তেনেহ'লে শইকীয়াৰ ঘৰ বুলি কি ওজৰ হ'ব পাৰে মই একো নুবুজু"

"শইকীয়াৰ ঘৰ বুলি কোনো ওজৰ আপত্তি দৰ্শাব খোজা নাই কাৰণ শইকীয়াৰ বংশৰ খিতাপ কোনো গুণেই কম নহয়।"

"তেনেহ'লে আপত্তি কিহত?"

"আপত্তি তেওঁবিলাকৰ বৰ্তমান অৱস্থালৈহে। স্কুলৰ মাষ্টৰৰ ঘৰলৈ ছোৱালী দি আমি নিজে সৰু হ'ব নোৱাৰোঁ।"

"স্কুল মাষ্টৰ বুলিলেনো ইমান মূল্যহীন হ'লনে?"

"স্কুলৰ বা কলেজৰ মাষ্টৰ বুলিলে আৰু বুজিবলৈ একো বাকী নেথাকে।"

"থোৱা থোৱা, তুমি ক'লেই হ'লনে? শিক্ষাবিভাগৰ মানুহৰ সন্মান বৰ বেছি, বুইছা!"

"বুজিছোঁ, বুজিছোঁ, সেইটো এটা সাঁথৰহে। তাতোকৈ মন্ত্ৰী-সদাগৰৰ চাপ্ৰাচী হোৱাই ভাল।"

"কেলেই তেনেকৈ ক'লা?"

"ঘৰে ঘৰে ঘূৰি ঘূৰি টিউচন কৰি ফুৰোঁতে কাঁচুতি এৰিব লাগে বুজিছে। চাপ্ৰাচীসকলৰ পণ্ডিতবোৰতকৈ দৰ্মহা বেছি। আৰু এওঁ-বিলাকে মন্ত্ৰী বা অফিচাৰৰ যোগে কিছুমান কাম হাচিল কৰাই ল'ব পাৰে কাৰণে এওঁবিলাকৰ হাত দীঘল, সকলোৱে খাতিৰ কৰে।"

"বাৰু সেইটো বুজিলোঁ। কিন্তু এতিয়া আমাৰ ছোৱালীতো মাষ্টৰলৈ দিব খোজা নাই। উকীললৈহে দিব খুজিছোঁ।"

"কি মাষ্টৰৰ ল'ৰাই ওকালতি কৰিব, যি পণ্ডিতৰ ল'ৰা পণ্ডিতেই। এতিয়া কোৱা শুনিছোঁ ওকালতিৰ নামত কিবা বোলে ঘৰতে স্কুল পাতিছে।"

"কি বেয়া কৰিছে। ওকালতিত বৰ্ত্তমানে চলিব নোৱাৰে কাৰণে "টিউটৰিয়েল হ'ম" নাম দি ঘৰতে এটা কচিং ক্লাচ খুলিছে। সদায় কিবা ল'ৰা পঢ়ায়েই থাকিবনে?"— বকবাই সোধে।

"তথাপিতো বকবাৰ ঘৰৰ ছোৱালীয়ে গৈ শইকীয়ানীৰ লেদেনা উকটিব এই কথাটো মোৰ মোটেই সহ্য নহয় বুজিছে।" প্ৰতিভাই ক'লে।

"মন্ত্ৰীৰ ছোৱালীয়ে স্কুল মাষ্টৰ শহৰৰ আলপৈচান ধৰিব আৰু তুমি মন্ত্ৰীঅনীয়ে চাই থাকিবা কেনেকৈ?"— বুলি বকবাই চেক্ চেক্‌কৈ হাঁহিবলৈ ধৰিলে।

"আমাৰ ছোৱালী ইমান আজসুৱা হৈ উঠিছে যে সিহঁতৰ ঘৰৰ উশাহ চুতি নাইকীয়া কামৰ মাজত তিকিব পাৰিব জানো? তাতে শইকীয়ানী যিহে বাঘনী যেন অমিয়াৰ খৰযুগুতি নাইকীয়া কৰি পেলাব।"

"তোমাৰ মৰমৰ ছোৱালী গৈ শইকীয়ানীৰ বোৱাৰী হ'ব সেই ধাৰণাটোৱেই অসহ্য।"

"শইকীয়ানী ইমান ওপৰ খাপৰ নহয় যে তেওঁক মোৰ ছোৱালীৰ ওপৰত কৰ্ত্তৃত্ব খটাবলৈ এৰি দি মই সহ্য কৰি বহি থাকিব পাৰিম!"

"কোনোবা ওপৰ খাপৰ মানুহে কৰ্ত্তৃত্ব খটালে সহ্য কৰিব পাৰিবাঁনে কি?"

"নিজৰ ল'ৰা-ছোৱালীৰ ওপৰত ডাঙৰ সৰু যেয়েই হওক মইমতালি কৰিলে সহ্য কৰা টান।"

"শইকীয়ানীয়ে যদি অমিয়াক মৰম কৰে তেতিয়াও তুমি শান্ত নহ'বানে?"—বকবাই সোধে।

"মোৰ অমিয়াক তেনেকৈ মৰম কৰিবলৈ অন্য এজনী মাক ওলোৱাটো সহি থাকিম কেনেকৈ?"

বকবাই সুধিলে—"তেনেহ'লে ছোৱালী বিয়া নিদি ঘৰতে বাখি থলেহে হ'ব?"

"ঘৰত বাখি থ'বলৈ কোৱা নাই। মাত্ৰ যোগমায়াৰ নিচিনা শাহুৰ হাতত নপৰিলেই হ'ল। শাহু নাইকীয়াত দিব পাৰিলে বেছি ভাল কাৰণ আমি জোঁৱাইক বশ কৰি বাখিব পাৰোঁ।"—প্ৰতিভাই ক'লে।

বেণুধৰ বৰুৱাই এতিয়া গোটেই কথাটো হৃদয়ঙ্গম কৰিব পাৰিলে আৰু বিপিনলৈ ছোৱালী দিয়া ভাবটো একৰকম বাদ দি ইফালে সিফালে তেনে ল'ৰাৰ অনুসন্ধান কৰিবলৈ ধৰিলে। এনেয়ে অৱস্থাপন্ন, তাতে মন্ত্ৰীৰ গাদী দখল কৰাৰে পৰা বৰুৱাৰ খিতাপ কেউফালে ৰজনজনা হৈ গৈছে। অমিয়াও বেচ ধুনীয়া। মনোমতন পাত্ৰৰ অভাৱ হ'বনে ? কেউফালৰ পৰা চিঠি পত্ৰই জাপ জাপ হ'ল। তাৰ ভিতৰৰ পৰা পণ্ডিতৰ লগত পৰামৰ্শ কৰি কোষ্ঠিত গ্ৰহ আদিৰ প্ৰাবল্য আৰু মিল চাই এটি সম্ভ্ৰান্ত পৰিয়ালৰ লগত একৰকম বাগ্দান কৰিলেই। মাত্ৰ দৰাৰ পক্ষৰ মানুহ আহি ছোৱালী চাই চিতি গহণা পৰিধান কৰিলেই হয়। তাৰ কাৰণে দিনবাৰ ঠিকথাক কৰি চিঠি আহোঁ আহোঁ। এনেতে এদিন বৰুৱাই টেবুলৰ ওপৰত তেখেতৰ ঠিকনাত অহা এখন চিঠি পালে। বৰৰ পক্ষৰ চিঠি বুলি বৰ আন্তৰেন্তকৈ "হেৰা অমিয়াৰ মাক, অমিয়াৰ মাক হে! আজি এখন চিঠি পাইছোঁ। সেই ফুলগুৰিৰ ফুকনৰ ঘৰৰ চিঠি যেন লাগিছে, আহাঁ, আহাঁ, মই পঢ়ি যাওঁ তুমি শুনি যাবাঁ।"

প্ৰতিভায়ো ইমান দিন বুকুত বান্ধি ৰখা আশা এটা পূৰণ হ'বৰ আগন্তুক যেন দেখি উধাতু খাই—"হয় নেকি ? হয় নেকি ?" বুলি খিতাতে বৰুৱাৰ ওচৰত থিয় দিলেহি। বৰুৱাই চিঠিখনৰ মূৰ এটা তভালিকে চিৰি চিঠিখন খুলি পঢ়ি যাবলৈ উপক্ৰম কৰিলে। মনৰ উচ্ছ্বাসতে পঢ়া আৰম্ভ কৰি দিলে—"পূজনীয় দেউতাৰ শ্ৰীচৰণেষু.... মোৰ বিয়াৰ কথা লৈ শ্ৰীযুতা মাক বেছি চিন্তা কৰিবলৈ যেন নিষেধ কৰে। বিশেষকৈ এতিয়া মোৰ বিয়াৰ কথা লৈ যি আলোচনা চলিছে, সি আৰু যেন আগ নাবাঢ়ে। বাঢ়িলেও আপোনালোকে মোক ইহ সংসাৰত নাপায়....।" চিঠিখনত আৰু কিবাকিবি অনেক লিখা আছিল। মনৰ উচ্ছ্বাসতে পঢ়ি যাওঁতে ইয়াৰ কথাবোৰে বৰুৱাৰ অৱচেতন মনটোত একো প্ৰতিক্ৰিয়া নকৰিলে। প্ৰতিভা কিন্তু হতভম্ব হ'ল আৰু চিঞৰি চিঞৰি খলক লগালে—"হৈছে, হৈছে, আৰু পঢ়িব নালাগে। চিঠিখন কোনে লিখিছে চাওকচোঁন !"

বৰুৱাৰ এতিয়াহে চেতনা জাগিল—তলৰ চহীটো চায়—"ইতি আপোনাৰ মৰমৰ, অমি" আৰু তেওঁৰ আকাশী ঘৰল ভাগি পৰিল।

প্ৰতিভায়ো একো নকৈ এটা দীঘল হুমুনিয়াহ চাৰিলে।

( ঊনৈশ )

অলপ দিনৰ ভিতৰতে বৰুৱাই বিপিন আৰু অমিয়াৰ বিয়াৰ প্ৰস্তাৱ কৰি মোহন শইকীয়ালৈ এখন চিঠি দিলে আৰু একো প্ৰত্যুত্তৰ নিবিচাৰি নগাৱঁতে সকলো কথা-বতৰা নিজে হ'বলৈ বুলি লিখিলে। লগে লগে বৰুৱাই সকলো কথাৰ আঁতকাল ল'বলৈ আৰু সত্তৰ হ'লে শইকীয়াৰ আগত বিয়াৰ সপক্ষে যুক্তি দিবৰ কাৰণে কনক শৰ্মালৈকো এখন চিঠি লিখিলে।

চিঠিখন পাই শইকীয়াই পঢ়ি চাই মৌন হৈ বহি আছে। এনেতে যোগমায়াই আহি প্ৰশ্ন কৰিলে—"সেইখননো ক'ৰ চিঠি পালে যে ইমান ভৰকাল দি থাকিবলগীয়া হ'ল?" শইকীয়াই এটা মিছা হাঁহি মাৰিলে আৰু একো উত্তৰ নিদিলে। কথাতহে কথা বাঢ়ে। উপায় নাপাই যোগমায়াই শইকীয়াৰ হাতৰ পৰা চিঠিখন থাপ মাৰি লৈ গ'ল আৰু বিপিনৰ হাতত দিলেগৈ—"বিপিন, এই চিঠিখন পঢ়চোঁন আৰু কি কথা তাত লিখা আছে ভাঙি-পাতি কচোঁন।"

বিপিনেও চিঠিখন পঢ়ি চালে আৰু তাৰ কথাখিনি মাকক খোৱাতে ক'লে। যোগমায়াই বিপিনৰ পৰা চিঠিখনৰ মৰ্ম বুজিব পাৰি এটা তৃপ্তিৰ হাঁহিৰে বিপিনক প্ৰশ্ন কৰিলে—

"তোৰ মনত কথাটো কেনেকুৱা লাগিছে?"

"তহঁতৰ মন আছে যদি মোৰ ভাল বেয়া একো নাই।" —বিপিনে ক'লে।

"মোৰ মনেৰে একো বেয়া নহয়। সেই বৰুৱাহঁতো আমাৰ ঠিক একে জেগাৰ পুৰণি গুদামৰে মানুহ, আগৰে পৰা আশে পোৱা, শুনিছো ভাল। আপত্তি কৰিবৰ একো কাৰণ নাই। সিহঁতৰ ল'ৰা নাই যেতিয়া অমিয়াক বিয়া কৰোৱাৰ লগে লগে গোটেই সা-সম্পত্তি তোৰেই হ'ব দেখোঁন। তেনেকৈ সম্পত্তি এটা পোৱাটো ভাগ্যৰ কথা, বোপাই!"

বিপিনে এটা অৰ্থপূৰ্ণ হাঁহি মাৰি ক'লে—"মইো তাকেহে কওঁ। তেনে ধনী মানুহ এঘৰৰ আলম ল'ব নোৱাৰিলে মোৰ ওকালতি কৰাটো নহ'বলৈ বোপাই! এইদৰে বাতি বাতি ভুল পঢ়াই কিমান তামিম। ইদিনে বেদুখৰ বৰুৱা মানুহজনো ভাল।"

"বেণু ভাল হ'লে কি হ'ব! প্ৰতিভা অতি চোকা, বাঘিনী।"

"ছোৱালীজনী ভাল হ'লেই হ'ল। ছোৱালীৰ মাকৰ লগত বিশেষ সংশ্ৰৱ ৰাখিব নেলাগে।"

"সংশ্ৰৱ ৰাখিলেও ছোৱালী ঘৰলৈ আনি লোৱাৰ পিছত তাইক ৰখে পাৰিম!"—যোগমাই কয়।

ইতিমধ্যে আৰু এজন মানুহৰ মাত শুনা যেন পাই বিপিনে বাহিৰলৈ ওলাই আহি দেখিলে যে কনক শৰ্মাই মোহন শইকীয়াৰ লগত কিবা আলোচনা বিলোচনা কৰি আছে। বিপিন আহি থিয় হোৱাৰ লগে লগে শইকীয়াই বিপিনক ক'লে—"যাচোন বাপ! মোলৈ গুৰগুৰিটো ঠিক কৰি আনগৈ।"

বিপিন গুৰগুৰিটো হাতত লৈ লাহে লাহে ভিতৰলৈ সোমাই গ'ল।

"বাহিৰত সেইয়া কোন আহিছে?"—যোগমায়াই বিপিনক সোধে।

"কনক দদাইদেউ"— বিপিনে ক'লে।

কনক শৰ্মা অহা শুনি যোগমায়া বাহিৰলৈ ওলাই আহিল আৰু তেওঁবিলাকৰ কথাৰ ভাগ ল'বলৈ বুলি ওচৰতে থিয় দিলে।

"তুমি কিবা মিছামিছি আপত্তিবোৰ কৰি থাকাহেঁ!"

"মই কোনো মিছামিছি আপত্তি নকৰোঁ। তুমি কথাটো নুবুজা কিয়? ল'ৰাই মাত্ৰ এইবাৰ ল পাচ কৰিছে। প্ৰবেচনাৰী পিৰিয়ড্‌টো শেষ হোৱাই নাই। তাৰ ভৱিষ্যতটোৱে কোনো গঢ় নাই লোৱা। এনেস্থলত তাৰ টেটুত যোচামৰ জৰী ভাল কেনেকৈ লগাই দিওঁ?"

"মোৰ মতেৰে এই বিয়াই তাৰ ভৱিষ্যতটোৰ গঢ় দিয়াত সহায়হে কৰিব।"

"নিজে নিজৰ ভৱিষ্যতক গঢ় দিব নোৱাৰিলে বিয়াই কেনেকৈ দিব?"—শইকীয়াই সোধে।

"তুমি কথাবোৰ কিবা কৰ থিয়ৰেটিকেলী লোৱাঁহে!"

"তুমিনো কি প্ৰেক্টিকেলৰ কথা কৈছা মই একো বুজা নাই।"

"কেলেই, বেণুৰ অৱস্থা খুব ভাল। তেওঁৰ পৰা টকা পইচাৰ সহায় পালে বিপিন ওকালতিত নিশ্চিন্ত হৈ লাগি থাব পাৰিব। তাতে তেওঁ এতিয়া মন্ত্রী হ'ল যেতিয়া তেওঁৰ আগৰ ৰেক্লেবোৰো জোৰাঁয়েকৰ ওচৰলৈ আহিব। তুমিতো কাবোবাৰ এজনী ছোৱালী বিপিনলৈ বিয়া কৰাবাই। এনেয়ে অধেমধে যবে তবে বিয়া কৰোৱাতকৈ এটা সুবিধা লৈ বিয়া কৰোৱাই ভাল।"

"তুমি এইটো প্রেক্টিকেলৰ কথাকে কৈ আছা। পাচে তোমাৰ এই কথাটো মই অলপো পচন্দ কৰা নাই, বুজিছা। বেণুধৰ বকৰাৰ অৱস্থা ভাল, তেওঁ বহুত টকাৰ গৰাকীয়ো। সেই বুজিয়েই বেণুধৰে ছোৱালী দিয়াৰ লগে লগেই চিলনী থাপ মাৰিব লাগিলনে? আৰু লাগিলেও ছোৱালী বিয়া কৰালে বুজিয়েই বিপিনে তেওঁৰ পৰা টকাৰ সহায় লোৱাটো উচিত নহ'ব।"—শইকীয়াই লাহে লাহে কয়।

"কেলেই! শহুৰেকে জোৱাঁয়েকক ওকালতিত সহায় হ'বৰ কাৰণে অলপমান যেনিবা টকা দিলেই আৰু জোৱাঁয়েকেও তাক হাত পাতি ল'লেই—তাত তোমাৰ আপত্তি কিহৰ ?"—কনক শৰ্মাই সোধে।

"বহুত কথাৰ কাৰণেই তাত আপত্তি আছে। জোৱাঁয়েকে শহুৰেকৰ পৰা পইচা লোৱা কথাটো নীতি হিচাপেই বেয়া। মোৰ ল'ৰাটোৱে যদি শহুৰেকৰ পৰা পইচা লয়, তেতিয়া সি তিৰোতাৰ বহতীয়া হৈ থাকিব লাগিব। লগে লগে শহুৰেকৰ নির্দেশো মানি চলিব লাগিব। গতিকে ল'ৰা স্বতন্ত্রীয়া হিচাপে থাকিবই নোৱাৰে। ইমানদিন ল'ৰা তুলিতালি, খৰচ বৰচৰ যোগান ধৰি পঢ়াই-শুনাই ডাঙৰ-দীঘল কৰিলোঁ লোকৰ হাতত গতাই দিবৰ কাৰণেহে ? ল'ৰাৰ ওপৰত মোৰ কর্তৃত্ব থাকিল ক'ত ?"

"তোমাৰ ল'ৰাৰ ওপৰত তোমাৰ কর্তৃত্ব সদায় থাকিব লাগিব কিয় মই বুজি নেপাওঁ"—কনক শৰ্মাই ক'লে।

"মোৰ কর্তৃত্ব ৰাখিব নেলাগে বুজিয়েই হাত এৰা দি অন্যক কর্তৃত্ব কৰিবলৈ সুবিধা দিয়াটো উচিত নহ'ব। ল'ৰাৰ প্রতি মৰমৰ প্রতিচ্ছবিটোহে পিতৃৰ কর্তৃত্ব।"—শইকীয়াই ক'লে।

"শহুৰেকৰো তেনে মৰম ওৰকে কর্তৃত্বৰ দাবী নাইনে কি ?"
—কনক শৰ্মাই সোধে।

"নিশ্চয় আছে। সি পৰোক্ষহে আৰু টকাৰ বিনিময়ত নহয়।"

"তেনেহ'লে টকা ল'বলগীয়া অৱস্থা হ'ব পাৰে বুলিহে তোমাৰ ইমান ভয়! টকা ল'বলগীয়া নহ'লেতো তোমাৰ আপত্তি নাই?"

"আপত্তি নাইকিয়া নহয়। ধনীৰ লগত দুখীয়াৰ মিতিৰালিৰ পৰা অনেক বিপদ আছে।"

"দুটা এটাৰ কথা কোৱাছোঁন শুনোঁ"—কনক শৰ্মাই কয়।

"এই ধৰাঁ, মোৰ ঘৰৰ আদব-কায়দা একেবাৰেই চহা হজুৱা মানুহৰ দৰে। এনে এখন ঘৰলৈ বেণুধৰহঁত আহিলে সুবিধা নেপাব। বহিবলৈকে এখন আৰামী চকী নাই। আমি পিৰাত বহি ভাত খাওঁ। পতিকে তেওঁবিলাকক ভাত খাবলৈকো মাতিব নোৱাৰিম; আৰু এনেকুৱা দেখাৰ।"

"থোৱাহে, কি কথাবোৰ কোৱাঁ তুমি। বেণুহঁত তেনেকুৱা মানুহ নহয়।"

"বেণুহঁতৰ কথা বাৰু বাদ দিলোঁৱেই। কিন্তু জীয়েকে সম্ভৱ আমাৰ নিচিনা এটা দাৰিদ্ৰৰ পৰিবেশত নিজকে খাপ খুৱাব নোৱাৰিব।"

এনেতে বিপিনে গুৰগুৰিটো আনি শহুকীয়াৰ আগত থ'লেহি। শহুকীয়াই আঙঠাবোৰ ফুৱাই ফুৱাই গুৰগুৰিত তান দি ধোৱাঁ উৰাবলৈ লাগিল।

"তাই শিক্ষিতা ছোৱালী। সকলো কথা বুজে। অৱস্থাৰ লগত নিজকে খাপ খুৱাই ল'ব পাৰিব"—কনক শৰ্মাই ক'লে।

যোগমায়াই ইমান সময় তলকা মাৰি সকলো কথা শুনি আছিল। শহুকীয়াক নিমাত দেখি কথাৰ কাৰণে সুকণ্ডা ওলোৱাত এতিয়া ক'লে—"বোৱাৰীক মৰমেৰে চলালে দুখীয়া হ'লেও পিৰিয়েকৰ ঘৰ নিজ ঘৰ যেন পাব।"

শহুকীয়ানীৰ এনে অনুকূল মন্তব্য শুনি কনক শৰ্মাই আকৌ আৰম্ভ কৰিলে—"তোমাৰ মনত দেখোঁন বোৱাৰীৰ প্ৰতি মৰম উপজিলেই, তুমিনো কেৰমেঁহাই আছাঁ কেলেই?"

"মই কেৰমেঁহাই থকা নাই, যিটো সত্য বুলি ভাবিছোঁ সেইটোহে কৈছোঁ।"

"তেনেকৈ কেৰঘেঁচাই থাকোঁতেই জনমটো গ'ল। এতিয়া দেখিছোঁ ল'ৰাটোৰেও জনমটো আপোনাৰ কাৰণেই দুঃখত কটাব লাগিব।"

"বেণুৰ ছোৱালী বিয়া কৰালেই যে তাৰ সুখ হ'ব কিবা মানে আছেনেকি?"

"আছেতো! ছোৱালীজনী বিয়া কৰালেই বেণু উকীলৰ সম্পত্তি গোটেইটো তাৰেই হ'ব।"

"তেনেকৈ লোকৰ সম্পত্তি ফাওতে আহিলে ফাওতে উৰি গুচি যাব!"

"কেনেকৈ ফাওত অহা হ'লহে? ছোৱালী বিয়া কৰাইছে কাৰণে ওৱাৰিচ স্বত্বে সম্পত্তিৰ গৰাকী জোৱাঁয়েক হ'ব"—কনক শৰ্মাই ক'লে।

"নিজ কষ্টৰ আৰ্জনহে তিষ্ঠি থাকে। কাৰণ কষ্ট কৰাৰ লগে লগে বস্তুটো ৰক্ষা কৰিব পৰা যোগ্যতা এটাও আহে। তেনে যোগ্যতাৰ উৎপাদন নকৰাকৈ অহা সম্পত্তিয়ে ধ্বংসহে মাতি আনে।"

"তোমাৰো যে কথাবোৰ! সেইদৰে হ'লে লোকৰ সম্পত্তি বন্ধকত ৰাখি খাই হজম কৰি পেলোৱা বেপাৰীবোৰ কেতিয়াবাই উচ্ছন্ন হ'লহেঁতেন।"

"বেপাৰীৰ বেপাৰনীতিয়ে বেপাৰীক শুজে। আমাৰ বেলিকা তেনে কথা নেখাটে। আমাৰ নিচিনা গৰীবৰ আকাংক্ষাৰ মানদণ্ড বেলেগ হোৱা উচিত। নহ'লে উপান্ত হ'ব লাগিব।"

"তোমাক শুজেনে নুশুজে চাইছোঁ জানো? প্ৰমাণ নোপোৱাকৈ কি কথাবোৰ কোৱাঁহে?"—কনক শৰ্মাই ক'লে।

"তোমালোকে যি ভাল দেখা তাকে কৰা! কিন্তু পিছত বিপদ হ'লে মোৰ গাত দোষ নিদিবাহঁক"—শইকীয়াই কনক শৰ্মাক সাৱধান কৰি দিলে।

"নিদিয়ে নিদিয়ে দোষ, আপুনি মনে মনে থাকক। আমি একো জুইত জাপ দিব খোজা নাই"—এনেকৈ কৈ যোগমায়াই শইকীয়াক কথাৰেই যেন গৰাহ মাৰি ধৰে।

"তুমি ভয় কৰিব নেলাগে। আমি বেয়া এটা কথাত আগ-বাঢ়িব খোজা নাই। যি কৰিব খুজিছোঁ সকলো ভালৰ কাৰণেহে।"—কনক শৰ্মাই ক'লে।

শইকীয়াই ইয়াৰ ওপৰত একো বাৎচিত নকৰিলে।

( বিশ )

বিপিন আৰু অমিয়াৰ বাহী বিয়াৰ দিনা পুৱাতেই দৰা-কইনা আহি শইকীয়াৰ পদূলিত উপস্থিত হ'ল। দৰা-কইনাৰ ঘৰলৈ যোৱাৰ পিছত ঘৰৰ সকলো বস্তু বেহানি সামৰি-সুতৰি শোওঁতে ৰাতি প্ৰায় দুটা আঢ়েটা হৈছিল। গতিকে যোগমায়া আৰু মিতিৰ-কুটুমৰ সকলো মাইকী মানুহেই এতিয়া ঘোৰ টোপনিত। অনেক সময় হৰ্ণ বজোৱাৰ পিছতহে যোগমায়াই চক খাই সাৰ পাই উঠে।

"এ মোহদা, উঠহঁক ঐ, উঠহঁক, দৰা আহি কেতিয়াবাৰে পৰা পদূলিমুখত থিয় দি আছে।"

কাৰো ক'তো সাৰসিকতি নাই। কোনো সঁহাৰি নেপাই যোগমায়াই আকৌ মাতিবলৈ ধৰিলে—"এ ছোৱালীহঁত, উঠহঁক, ইমাননো মৰ টোপনিয়ে পালেনে? উঠহঁক, দৰা আহি কলৰ তলত ৰৈ আছে।"

মোহদাই চক্ খাই সাৰ পাই উঠিল—আৰু চকু মোহাৰি মোহাৰি ক'বলৈ ধৰিলে—"এ পেহী, আপুনি ইমানকৈ চিঞৰি আছে ক'বই নোৱাৰোঁ। ৰব টোপনি এচাত আহিছিল। দৰা কেতিয়াবাই আহিলেনে কি?"

"কেতিয়াবাই আহি ৰৈ আছেহি। ভইতে ক'বই নোৱাৰোঁ। লগৰ ছোৱালীবোৰকো জগাই দে।"—ৰঙৰ উলাহতে যেন ক'লে।

মোহদাই সকলো ছোৱালী আৰু মাইকী মানুহক জগাই দিলে।

তাৰে এগৰাকীয়ে নাম জগাই ক'লে—"ৰাম ৰাম পদূলিমুখতে"

সকলোৱে নোৱনি ঠাইত বহি গাবলৈ লাগি গ'ল।

মোহদাই তাৰে মাজতে ক'লে—"পেহী সেই দুনৰীৰ চাকিটো জ্বলাই দিয়ক।"

"চাকিটো জ্বলাবলৈ জুইচুলাটোকে বিচাৰি পোৱা নাই।" —যোগমায়াই ক'লে।

"আপোনাৰ মূৰৰ শিতানতে কালি মই সুমাই থৈছিলোঁ।"

যোগমায়াই দিয়াচুলাইটো আনি চাকিটো জ্বলাই দিলে। আকৌ ইকালে সিকালে কিবা এটা নোপোৱা যেন কৰি চটফটাই ঘূৰি

ফুৰিবলৈ ধৰিলে। তাকে দেখি মোহদাই সুধিলে "পেহী, কি বিচাৰি ইমান খদমদম্ লগাইছে? দৰা-কইনা পদূলিৰ মুখতে ৰাখি থবনে কি? নোলায় কিয়?"

"যোৱাৰ আগতে দৰা বহিবলৈ তামুলী পিৰাখন দিয়ালেহে যাব পাৰিম। পিৰাখন ক'ত আছে বিচাৰিয়েই নেপালোঁ।"

"এখন পিৰাবে নহ'ব, দুখন লাগিব।"—মোহদাই ক'লে।

"দুখন পিৰা কেলেই?"—যোগমায়াই সুধিলে।

"কইনা বহিবলৈ নেলাগিবনে কি? আপুনি তেনেকৈ বহা পাহৰি পেলালে হ'বলা?"—মোহদাই হাঁহি হাঁহি প্ৰশ্ন কৰিলে।

"এৰা আই, মই কথাটো পাহৰিছিলোঁৱেই। দুখন পিৰা যোগাৰ কৰি তই লৈ যাহঁান"—হাঁহি হাঁহি যোগমায়াই ক'লে।

মোহদাই পিৰা দুখন কলৰ তলত বড়িয়াকৈ পাৰি থৈ আহিলগৈ।

যোগমায়াই পুতেক-বোৱাৰীয়েকক আদৰি আনিলেগৈ।

সেইদিনাৰ দিনটো টোপনি পুৰাই বিয়াৰ ভাগৰ মাৰোতেই গ'ল।

বাহী বিয়াৰ পিচদিনা।

খোবা-খুবুনীৰ উপলক্ষে বিৰাট আয়োজন চলিছে। যোগমায়াৰ মনতো এটা অলৌকিক আনন্দৰ পৰশ। ঘৰলৈ নতুন বোৱাৰী আহিছে, খালী ঘৰখন এতিয়া এজনী নতুন ছোৱালীয়ে পূৰ কৰিছে। নিজৰ কন্যাসন্তানৰ অভাৱৰ ভাবটোৱো যেন পূৰণ হৈছে।

"এ পেহী, লাহে লাহে সজিয়া লাগি আহিছে। পিঠাগুৰিৰ চাউল বহুত তিওঁৱা আছে।"

"খুন্দিবৰ হ'ল। পিহত বহুত বেলি হ'বগৈ"—মোহদাই ক'লে।

"তইঁত ইমানবোৰ গাভৰু ছোৱালী আহইঁক, এতিয়া মইহে পিঠাগুৰি খুন্দিব লাগে!"

"নহয়, আপুনি খুন্দিব নেলাগে, আমিয়েই খুন্দিম। পিচে দৰা-কইনাই এবনা খুন্দি দিলেহে আমি তাৰ পিছত খুন্দিব পাৰিম।"

"তেনেহ'লে ককাইদেউহঁতক মাত, খুন্দক; মইবোৰে চাই দিওঁক।"

মোহদা আৰু নগৰ ছোৱালীবোৰে "ককাইদেউ, নবৌ" বুলি চিঞৰি চিঞৰি তোলপাৰ লগালে।

দবাই চেকী দিবলৈ লাগিল, কইনাই পিঠাগুৰি চালিবলৈ ল'লে।

অমিয়াই কোনো দিন চালনী হাতত লৈ পোৱা নাছিল। হাতৰ পাক নহাৰ গতিকে নগৰ ছোৱালীবোৰে হাঁহিবলৈ ধৰিলে। অমিয়াৰ খং উঠিল আৰু ভাবিলে—"ভাল কামবোৰৰ লগত সং হ'ল।"

অমিয়াই যিমানে খং উঠা যেন কৰিলে, ছোৱালীবোৰে সিমানে কিৰিলি পাৰিবলৈ ধৰিলে, বিপিনেও উপায় নেপায় খিকিন্দালিত যোগ দিলে।

যোগমায়ায়ো আনন্দৰ পৰিবেশৰ এটা অভিনৱ তৃপ্তি অনুভৱ কৰিলে।

লাহে লাহে নিমন্ত্ৰিত মানুহ দুজন-এজনকৈ আহিবলৈ লাগিল। যথাসময়ত উৎসাহ-উদ্দীপনাৰ মাজত খোৱা-খুৱনী শেষ হ'ল। সকলোৱে দবা-কইনাক আশীৰ্বাদ দি ঘৰাঘৰি গ'ল।

ৰাতি দহ-এঘাৰটাৰ ভিতৰত ভাত-পানী খোৱা শেষ হ'ল। অমিয়া খাই-বৈ শোৱা কোঠাত সোমাল। নগৰ ছোৱালীবোৰ যেনিয়ে পাই তেনিয়ে শুই গ'ল। কিবা এখন কিতাপ চাই বিপিন নিজৰ পঢ়াকোঠাত বহি থাকিল। যোগমায়াই সকলো কাম সমাধা কৰি দৰ্জা-খিৰিকী নিয়মিত ভাবে বন্ধ কৰা হৈছেনে নাই হোৱা চকু দি শুবলৈ যাব খোজোঁতেই বিপিনক তেতিয়াও পঢ়ি থকা দেখি ক'লে—"যা বিপিন শুই থাকগৈ। তাই ছোৱালীজনীয়ে নতুন ঘৰ এখনত অকলশৰে ভয় কৰিব।"

সেইদৰে কোৱাত বিপিনে লাজ কৰা যেন কৰি লাহে লাহে উঠি গ'ল আৰু শোৱনী ঘৰত সোমাই দুৱাৰ বন্ধ কৰি দিলে।

যোগমায়াৰ বিছনাত পৰাৰ লগে লগে অকলশৰীয়া যেন লাগিল আৰু অনুভৱ কৰিলে যেন বিয়াৰ ব্যস্তভাৰ মাজত আনন্দই এবা দিয়াত জীৱনৰ একাল, অন্তৰৰ ধন, মৰমৰ মাণিকটোক কোনোবাই কাঢ়ি নিবলৈ উপক্ৰম কৰিছে। লগে লগে বিপিনৰ হাঁহি ভৰা মুখৰ ওচৰত অমিয়াৰ লাজকুৰীয়া চকুদুটা যোগমায়াৰ চকুৰ আগত ভাঁহি উঠিল। যোগমায়াৰ গোটেই গা ছমছমাই গ'ল। সেইদিনা ৰাতিটো চট্ ফটাই চট্ ফটাই উজাগৰে কটালে।

( একৈশ )

বিপিন আৰু অমিয়াৰ বিয়া হোৱাৰ পিছত অলপমান দিন গ'ল। এদিন যোগমায়াই বোৱাৰীয়েক অমিয়াক লাহেকৈ মাতে—"অ' আইজনী, অমি, এইফালে আহহোঁন।"

বিপিন আৰু অমিয়া দুয়ো শোৱাকোঠাত সোমাই আলোচনী এখনৰ কিবাকিবি ছবিবোৰ চাই চাই ভুলভুলাই কথা পাতি থাকে আৰু মাজে মাজে হাঁহিৰ খিতখিতনি তোলে। গতিকে সিহঁতে যোগমায়াৰ মাতলৈ ভ্ৰূক্ষেপ নকৰিলে।

"কথাৰ কোবত ইহঁতে মাতি থাকিলেও কাণ নকৰে। কিমাননো মাতিম!" এইবুলি যোগমায়াই আকৌ বিতিয়াৰ ধৰিলে—"অ' অমি এইফালে আহহোঁন!" কোনো সহাৰি নেপাই এইবাৰ খঙতে যেন একেকোবেই তিনিবাৰ মাতিলে।

লগে লগে অমি আৰু বিপিনৰো কথা বন্ধ হ'ল। "গৈ আহাহোঁন, কেলেই মাতিছে" এই বুলি বিপিনে লাহেকৈ অমিয়াক ক'লে।

"এই বুঢ়ীজনীৰ কোবত শান্তিত থাকিব নোৱাৰা হ'ল" বুলি লাহেকৈ অমিয়া ওলাই আহি যোগমায়াৰ ওচৰত থিয় দি অলপ সময় ৰ'ল আৰু সুধিলে—

"কেলেই মাতিছিলে মা!"

"তহঁতে আই মাতি থাকিলেও কাণমাৰ নকৰহঁক অ'। মই বুঢ়ী মানুহজনীয়েনো অকলে কিমান তানিম? এই পাচজিখিনি কুটিহোন, কুটি হ'লে ঘৰখন ভালকৈ সাৰি পেলাবি আৰু বাচনবৰ্ত্তনখিনি মাজি ধুই আনি ভাতখোৱা ঠাইখন অঁতাই দিবি।"

"ভাল বাৰু" বুলি অমিয়াই পাচলি কুটিবলৈ ধৰিলে। ইতিমধ্যে যোগমায়া বাহিৰলৈ ওলাই গ'ল। শাহুৱেকক ওলাই যোৱা দেখি অমিয়াই পাচলি-কটাৰী তাতে এৰি শোৱা-কোঠাত সোমাই পুনৰ ভুপভুপাবলৈ লাগিল।

"যোগমায়াই ঘূৰি আহি পাকঘৰত কটাৰীখনেৰে সৈতে আধাকুটা পাচলিখিনি পৰি থকা দেখি ভোৰভোৰাবলৈ ধৰিলে—"ভাবিছিলোঁ বুঢ়াকালত বোৱাৰী আনি সুখ পাম, পিচে ইহঁতে আমাৰ সুখলৈ কত কামনাৰ কৰিব। নিজৰ সুখতে [illegible]।"

এনেকৈ ভাবি যোগমায়াই অমিয়াক আকৌ চিঞৰিবলৈ ধৰিলে। এইবাৰৰ চিঞৰত অমিয়াই ভোৰভোৰাই ভোৰভোৰাই আহি চাঁতকৰে পাকঘৰ সোমাল আৰু পাচলি কুটিবলৈ আৰম্ভ কৰিলে।

যোগমায়াই অমিয়াৰ ভোৰভোৰনি শুনিয়ো একো উত্তৰ নেকাচি মনতে ভাবিলে—"ধনীৰ ঘৰৰ ছোৱালী হ'ল বুলিয়েই নো ইমান বাহাদুৰি হ'ব লাগেনে! ৰ'বি বাৰু তোৰ বাহাদুৰি বাহিৰ কৰিম।" আৰু ক'লে—"আই খং কৰিলে নহ'ব, ঘৰৰ সকলো কাম কৰিব লাগিব। মই বুঢ়ী হৈ আহিছোঁ আৰু লাগি থাকিব নোৱাৰোঁ।"

অমিয়াই উত্তৰ প্ৰত্যুত্তৰ নিদি যোগমায়াই নেদেখাকৈ মাত্ৰ মুখ বিদৰালে। আৰু পাচলি কুটা শেষ কৰি বাচনবৰ্ত্তন খিনি ধুঁহি আনি ঠেকেচা মাৰি থৈ ওলাই গুচি গ'ল।"

যোগমায়াই কিন্তু এইবাৰ আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে আৰু অমিয়াৰ পিচে পিচে ধোপপটো যোৱাদি গৈ একেবাৰেই বিপিন-হঁতৰ শোৱা কোঠা পালেগৈ আৰু অমিয়াক সুধিলে—"সেই কাঁহী-বাতী বোৰ যে ঠেকেচি ঠেকেচি ভাঙো যেন কৰিছিলি, সিহঁতে তোক কৰিলে কি?"

"মইনো কাঁহী-বাতীবোৰ কেতিয়া ঠেকেছিলোঁ? মাটিত থওঁতে মাত্ৰ অলপ শব্দহে হৈছিল।"

"মাটিত থওঁতে মাত্ৰ শব্দহে হৈছিল?"

অমিয়াই একো নেমাতিলে।

"তই এতিয়া আহি ইয়াত সোমাই থাকিলেই হ'বনে? যা, ভাতখোৱা ঠাইখন অঁতাই দেগৈ।"

অমিয়াই লাহে লাহে ওলাই গৈ মজিয়াখন চাকা কৰি মচি-কাচি পিৰাখোৱা পাৰি দিয়ে।

"দেখিলেনে তাইৰ বাহাদুৰিখন!"—যোগমায়াই বিপিনক কয়।

"আনো তোমালোকে এইবোৰ সাধাৰণ মানুহৰ দৰে কি কোহাজখন কৰি থাকঁা!"—বিপিনে মাকক কয়।

"নকৰিনো কেনেকৈ পাৰোঁ। এতিয়াই কাম-বন কৰাৰ অভ্যাস কৰাব নোৱাৰিলে আগলৈ আৰু বেছি টেলুহে পাব!"

"বোৱাৰীক খেচ্‌খেচাই থাকিলে বেছি গণ্ডগোল হয় বুইছ!।"
—বিপিনে মাকক কয়।

"মই বুঢ়াকালত তানি কৰিব লাগে। মই মাকজনী তোৰ ক'ৰবাৰ কোনোবা হ'লোঁ। তাই তোৰ আপোন হ'ল। তই তাইক তেনেকৈ লাই দিয়াৰ কাৰণে বেছি ওপৰ উঠিছে বুইছ। তই মনে মনে থাকিবি। মই যি কৰিব লাগে কৰিম।"

উপায় নেপাই বিপিন মনে মনে থাকিল।

( বাইশ )

এদিন বিপিন কাছাৰীলৈ গ'ল। শইকীয়া স্কুলত আছিল। যোগমায়াই অমিয়াক ক'লে—"হেৰ, তইনো অকলে অকলে বোৰ-ঘৰতে সোমাই থাকিবিনে?"

অমিয়াই কিনো বোৰঘৰ কিনো কথা, কিনো বক্তব্য একো নবুজিলে। মাত্র বুজিলে সাধাৰণ শ্ৰেণীৰ মানুহৰ সাধাৰণ আচৰণৰ কঠোৰ প্ৰকাশ এনেকুৱাই হয়। এনেকৈ সামান্য কথাবোৰৰ চৌপাশেৰে নিজকে ভ্ৰূখ যোৱাই বাধিব লগীয়া হোৱাৰ কাৰণে মনে মনে অমিয়াই নিজৰ বিবেচনাহীনতাক ধিক্কাৰ দিলে।

ইমান সময় অমিয়া এনে কিছুমান ভাৱতে তন্ময় হৈ আছিল। গতিকে যে যোগমায়াই আকৌ মাতি আছিল সেই কথা তইনত কৰিব নোৱাৰিলে।

ইপিনে যোগমায়াই বোৱাৰীয়েকৰ পৰা কোনো সঁহাৰি নেপাই খঙতে একো নাই হ'ল আৰু চোচা মাৰি আহি কোঠাত সোমাই অমিয়াক অকথ্য ভাষাৰে গালি পাৰিবলৈ আৰম্ভ কৰিলে।

অমিয়াই উপায় নেপাই হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। আৰু মাজতে ক'লে—"এনেকৈ গালি পাৰি থাকিবলৈ মই আপোনাক কি কৰিলোঁ?"

"তই মোক কি কৰা নাই? ঘৰৰ আটাইবোৰৰ পৰা আই পাই পাই তই বৰকৈ বাঢ়িছ! মোক নমনা হৈ কথাই কথাই হৱাল ধৰিবি আৰু কাম-বন একো কৰিব নোখোজ। মই বুঢ়া শৰীৰেৰে কিমান তানিম?"

"কি কাম কৰিব লাগে নকয় কিয়?"

"বিয়া হোৱাৰ আজি তিনি চাৰি মাহ হ'ল, মই এতিয়াও কাম বনৰ দিহা দি থাকিব লাগেনে? কামৰ পৰামৰ্শ দি থাকিবলৈ তোৰ লগত দেওঁটাদাৰ এটা লৈ নাহিলি কিয়?"

অমিয়াই শাহুৱেকৰ কঠোৰ আচৰণৰ একো তাৎপৰ্য্য বুজি নেপালে।

চকুত ৰহণ সানি সংসাৰখনৰ যি ৰঙীণ সপোন দেখিছিল, তাৰ ঠাইত এতিয়া কঠোৰ বাস্তৱৰ তীব্ৰ ৰূপে আত্মৰক্ষাৰ প্ৰবৃত্তি জগাই তুলিলে। অমিয়াই কৈ উঠিল—"মই দেউতা আহিলে মোক এনেকৈ অত্যাচাৰ কৰি থকাৰ কথা সকলোবোৰ কৈ দিম ব'ৰছোঁন!" এনেকৈ কৈ আকৌ অমিয়াই কান্দোনৰ ৰুকবনি তুলিলে।

এনেতে মোহন শইকীয়া স্কুলৰ পৰা আহি লাহে লাহে ঘৰ সোমালহি। বোৱাৰীয়েকৰ কান্দোনৰ ৰুকবনিয়ে তেওঁক যেন হঠাতে অপ্ৰস্তুত কৰি পেলালে। শইকীয়াৰ প্ৰতিক্ৰিয়া লক্ষ্য কৰিবৰ কাৰণে যোগমায়া অলপ পিচ হুহঁকিল।

"কি হ'ল আই, তোৰ কি হ'ল?" বুলি শইকীয়াই অমিয়াক প্ৰশ্ন কৰিলে। যেতিয়া যোগমায়াক দেখিয়ো আওকাণ কৰি শইকীয়াই অমিয়াক মৰমৰ মাত দিলে, তেতিয়া যোগমায়াই উগ্ৰমূৰ্ত্তি ধাৰণ কৰি চোচা মাৰি আহি ক'লে—"আক লেপ ধৰক, আক লেপ ধৰক, বোৱাৰীয়েৰক মূৰত তুলি লৈ ফুৰক।"

"তোমাৰ কি হৈছে? এনেকুৱা উগ্ৰমূৰ্ত্তি ধাৰণ কৰিছা কিয়?"

"মোৰ একো হোৱা নাই। আপোনালোকে লেপ দি দি তাইক গুচালে আৰু তাই এতিয়া মোৰ কথা একোকে নুশুনে।" যোগমায়াই ক'লে।

অমিয়া লাহে লাহে তাৰ পৰা আঁতৰিল।

"কেলেই নুশুনিব! ভালকৈ চলাব জানিলে তোমাৰ কথাত নচলিব কিয়? তাও ধৰি যাব জানিলে বোলোঁ পকা ধানেও বাট দিয়ে।"—শইকীয়াই ক'লে।

"আপুনি কয় এইদৰে। যাগো তাইৰ লগতে চৌকিশ ঘণ্টা লাগি থাকে, এৰিবই নোখোজে। ইমান সনাপিঠা হোৱাটো সহিব নোৱাৰা হৈছোঁ।"

"লাগি থাকিবই লাগিব। পৰৰ ছোৱালী, আমাৰ ঘৰত অনেক অসুবিধা পাব পাৰে। সি নগৰতে থাকি তাইৰ অসুবিধাবোৰ দূৰ কৰিব খুজি ভাল কৰিছে। তোমাৰ অনুপ দ্বন্ধ হ'বই। মই তোমাক এই বিষয়ে আগতে সতর্ক কৰি থোৱা আছিল।"—শইকীয়াই হাঁহি মাৰি ক'লে।

যোগমায়া ঘৃতাগ্নি হ'ল—"এনেকৈ হাঁহি হাঁহি লাই দি বোৱাৰীক মূৰত তুলি মোৰ আগত তেওঁচালিখন নধৰিব। তাই বজাৰ জীয়েক খৰিতাৰীৰ ঘৰলৈ আহিছে। খৰিতাৰীৰ দৰেহে চলিব লাগিব। ৰাণী হ'ব নোৱাৰে। তাইক বিয়া কৰালে বুজিছেই বাপে মোলৈ আওকাণ কৰিবনে?"

"তুমি মই খৰিতাৰী হ'ব পাৰোঁ। বিপিন-অমিয়াক তেনে হ'বলৈ দিব নোৱাৰি আৰু সিইতো হ'ব নোখোজে। মাজতে জোৰ কৰিবলৈ তুমি কোনহে?"

"মই মাকজনী ক'ৰবাৰ কোনোবাহে হলোঁ? ধক ধক আপোনাৰ কথাবোৰ। তাই মোৰ ল'ৰাটোক বশ কৰি মোৰ বুকুৰ মাজৰ পৰা কেনেকৈ কাঢ়ি নিব পাৰে চাম!"

যোগমায়াৰ প্ৰতিশোধৰ জুইত ঘিঁউচালি শইকীয়াই মিছাতে আৰু বৌজালবৌজাল কৰিব নুখুজিলে।

## (তেইশ)

পূজনীয়া মা—

মোৰ সেৱা লবি আৰু শ্ৰীযুক্ত দেউতাকো নিবেদন কৰিবি। বৰ্ত্তমানে মোৰ ভাল-বেয়া কি লিখিম। শাৰীৰিক ভাল যদিও নিতৌ মানসিক অশান্তিত দিন কটাবলগীয়াত পৰিছোঁ, একুৰা যেন জীয়া জুইয়েহে মোৰ মনটো কেইকালৰ পৰা দহিব লাগিছে। এনেয়ে এখন নতুন গৃহস্থীত মই নিজকে নিজে খাপ খুৱাই লোৱাত টান পাইছোঁ, তাতে মোৰ আগেয়ে থকা-মেলাৰ অৱস্থা আৰু এতিয়াৰ জীৱন-যাপন প্ৰণালীৰ মাজত স্বৰ্গমৰ্ত্ত্য প্ৰভেদ। খোৱা-বোৱাৰ অসুবিধা। নিতৌ সকলোৰে খাই যৈ যোৱাৰ পিচতহে মোৰ খোৱা লোখোৱাৰ সম্বন্ধে খবৰ বাখোঁতা কোনো নাই। অৱশ্য লাহিয়াই মহয়, দুখীয়াৰ মনৰ যি নীচ প্ৰবৃত্তি সেই সকলোবোৰকে প্ৰকাশ পাইছে। বিশেষকৈ

মোৰ শাহু-আইৰ মোৰ প্ৰতি ব্যৱহাৰত মই অতিষ্ঠ হৈ উঠিছোঁ। পুতেকে মোক বেছি মৰমৰ চকুৰে চাই বুলিয়েই শাহু-আইৰ মোৰ প্ৰতি ঈৰ্ষাটো দিনক দিনে বেছিহে হৈছে। এনে অৱস্থাত মই ইয়াত সৰহদিন থাকিব নোৱাৰোঁ। থাকিলেও জহি-খহি যাব লাগিব। তহঁতৰ জীৱিত অৱস্থাতে যদি মোৰ এনে দুৰ্দশা হয়, তেতিয়াহ'লে তহঁতৰ জীয়াই থকাৰ সকাম কি ? মোক অতি সোনকালে তহঁতে চিলঙলৈ লৈ যোৱাৰ কিবা এটা দিহা কৰহঁক। এই সকলোবোৰ কথা তই শ্ৰীযুক্ত দেউতাৰ লগত আলোচনা কৰি সোনকালে তেখেতক পঠিয়াই দিবি। দেউতাৰ মন ক্ষুণ্ণ হোৱাৰ ভয়ত মই তেখেতলৈ পোনপটীয়া ভাবে নিলিখি তোলৈকে লিখিলোঁ। দেউতাই সম্ভৱ তেখেতৰ একমাত্ৰ সন্তানৰ দুঃখ চাই নেথাকিব। ইতি—

তোৰ

—অমি—

প্ৰতিভাই দুপৰীয়া চাৰে এঘাৰটামান বজাত যেতিয়া জীয়েকৰ পৰা এনে এখন চিঠি পালে, তেওঁ গোটেই উৰাউজী হৈ বেণুধৰ বৰুৱাৰ অফিচ ৰুমলৈ গপ্ গপ কৰি চোচা ল'লে। কামত মূৰ পুতি লাগি থকা বৰুৱা হঠাতে চক্ খাই উঠিল। খিৰিকীয়েদি তেওঁ বাহিৰলৈ চাই পঠিয়ালে, ক'তো এজোকো দেখা নেপালে। তেতিয়া তেওঁ এবাৰ নিজৰ কোঠাৰ ভিতৰলৈ চকু ঘুৰালে। দেখে যে বৰুৱানীয়ে হাতত কিবা এখন কাগজ লৈ হুক্ হুক্ কৰে কান্দিব লাগিছে। হঠাতে এনে এটা অপ্ৰত্যাশিত ঘটনা দেখি বৰুৱাৰ হৃৎকম্পন হ'ল কিবা অঘটন ঘটাৰ শঙ্কাত। ভাতে বৰুৱানীতো নৱবিবাহিতা পত্নী নহয় অলপ সাধাৰণ কথাতে বোহ পাতিব নাইবা পাট পাতকৰো নহয় প্ৰেমৰ কিবা আদান-প্ৰদানৰ হুলদেৰি হোৱাত অভিমান জাগি উঠি অশ্ৰুসম্পাত কৰিব। বৰ তীব্ৰ গতিৰে হ'লেও বহুত ভাৱে বৰুৱাৰ মনত খেলিমেলি কৰিবলৈ ধৰিলে। ইয়াৰ মাজতে কেতিয়ানো তেওঁ কলমডাল ফাইলৰ ওপৰতে পেলাই থিয় হ'ল ভকিবই নোৱাৰিলে। অতৰ্কিত ভাবে যেন তেওঁ বৰুৱানীৰ ওচৰ পাই দুই বাহুত পিচফালৰ পৰা খামোচ মাৰি ধৰি সুধিলে—"কি হ'লহে অমিয়াৰ মাক, কি হ'ল ? এনেকৈ কথা নাই বতৰা নাই অফিচৰুমলৈ সোমাই হুক্ হুক্ কৰে কান্দিছাঁ কিয় ?"

কেইবাবাৰো এনেকৈ সোধাত কোনো উত্তৰ নেপাই বৰুৱাই বৰ ব্যগ্ৰভাৱে দুই হাতত ধৰি বৰুৱানীক হুঁচালি ঘচালি মৃদু অথচ গভীৰ স্বৰত সুধিলে—"মাত্ৰ কান্দিছা কেলেইহে! কি হ'ল নোকোৱা কিয়? কোৱা আকৌ অমিয়াৰ মাক!"

প্ৰতিভাই এইবাৰ মুখ ভাতি অলপ বেঁকাহিকৈ বৰুৱাৰ ফালে চাই ক'লে—"অমিয়াৰ মাক, অমিয়াৰ মাক কৰি যে আছে, ক'ত আপোনাৰ অমিয়াজনী আছে?"

"কেলেই, অমিয়া ক'লৈ গ'ল?"—বৰুৱাই সুধিলে।

"অমিয়া! কেলেই আপোনাক অমিয়াৰ খবৰ। সেই ফাইল-বোৰৰ মাজতে সোমাই সিহঁতৰে খবৰ লওক। পৃথিৱীৰ আইন কথা-বতৰা আৰু ঘৰুৱা খবৰ বাদ দিয়ক।"

"সেইবোৰ বাজে কথা আৰু মিছা আবদাৰ বাদ দিয়াছোঁন! অমিয়াৰ কি হৈছে কোৱা।"

"লওক এইখন, ইয়াতে সকলো পাব!"—এইবুলি প্ৰতিভাই বৰুৱাৰ হাতত অমিয়াৰ চিঠিখন দি দিলে। বৰুৱাও বৰ ব্যস্তভাৱে সৈতে চিঠিখন পঢ়িবলৈ আৰম্ভ কৰিলে। পঢ়ি শেষ হোৱাৰ লগে লগে এটা দীঘল হুমুনিয়াহ চাৰে, লগতে বৰুৱানীয়ে চকুপানী টোকে। বৰুৱাই সোধে—"এতিয়া তেন্তে উপায়?"

"এতিয়া উপায় মইহে কৰিবলগীয়া হ'ল?"—প্ৰতিভাই আক্ষেপৰ সুৰত ক'লে।

তুমি নকৰিলেনো কোনে কৰিব?" বৰুৱাই সোধে।

"তেন্তে আপুনি যাওঁক, আৰু সেই কাগজৰ দ'মটো লৈ বহি থাককগৈ।" এইবুলি কৈ প্ৰতিভাই সেই ফাইলবোৰৰ ফালে আঙুলিয়াই আৰু বৰুৱাৰ ফালে পিঠি দিলে।

"তুমিনো সেইদৰে কেলেই কোৱা! তুমিয়ে মইয়ে দুয়ো আলোচনা কৰি এটা সিদ্ধান্ত কৰিব লাগিব। এতিয়া তুমি তেনেকৈ উভতিয়া বুলিলে কেনেকৈ হ'ব?"

"এই বিষয়ে আলোচনা কৰিবলগীয়া একো নাই। অমিয়াই নিজাৰ দৰেই তাইক ইয়ালৈকে লৈ আহক।"

"তেনেহ'লে বিপিনকো ইয়ালৈ লৈ আহিলেহে হ'ব ?" —বকৰাই সোধে।

"বিপিনকো ইয়ালৈকে লৈ আহিব লাগিব। বিপিন লগত নাহিলে অমিয়া ক'ত আহিব!"—প্ৰতিভাই কয়।

"তোমাৰ ছোৱালী দিলোঁ বুলিয়েই লোকৰ ল'ৰাক ইমান বহুতীয়া কৰি ৰাখিবাঁনে ?"

"তাইৰ ল'ৰালৈ দিলোঁ বুলিয়েই যোগমায়াই মোৰ ছোৱালীৰ ওপৰত ইমান বাহাদুৰি কৰিব পাৰিবনে কি ?"

"তথাপিতো মাক-বাপেকৰ স্নেহৰ পৰা বঞ্চিত কৰাটো মহা পাপৰ কথা হ'ব, বুইছুঁ ?"

"মোৰ বুকুৰ পৰা ছোৱালীজনী কাঢ়ি নি অত্যাচাৰ কৰাটো পুণ্যৰ কথা নেকি ?"

"যোগমায়াই বেয়া কাম কৰিলে বুলি তুমিয়ো কৰিবাঁনে —বকৰাই সোধে।

"ভাল বেয়া পাপ পুণ্যৰ কথা একো নেজানোঁ। মোৰ ছোৱালীৰ ওপৰত অত্যাচাৰ কৰিবলৈ এৰি দিব নোৱাৰোঁ।"

"ক'তনো তোমাৰ হৈ আছেহেঁ ? বিয়া দিলা যেতিয়া লোকৰ হ'ল!"—বকৰাই কয়।

"যদি সিহঁতৰ নিজৰে ছোৱালী, অত্যাচাৰ কৰিব কিয় ?"

বকৰা নিমাত হ'ল। প্ৰতিভাই ক'বলৈ ধৰিলে—"মই ছোৱালীজনী নিজৰ বুকুৰ পৰা এৰি দি কিমান দুখ পাইছোঁ সেইটো সিহঁতে নুবুজিলে। এনেয়ে মৰম সাদৰ কৰি ৰাখিলেও মোৰ মৰমৰ ভাগ অইনৰ কাৰণে এৰা টান! তাতে অত্যাচাৰ আৰম্ভ কৰিছে। গতিকে সিহঁতেও বুজক নিজৰ ল'ৰা-ছোৱালী আঁতৰাই নিলে কিমান কষ্ট হয়। সিহঁত দুয়োটাকে ইয়ালৈ লৈ আহক!"

"বিপিন অমিয়াৰ লগত ইয়ালৈ ক'ত আহিব হ'বলা ?"

"যেনে তেনেই আনিব লাগিব। দুটা কথা—এটা হ'ল অজিয়াক শহুৰেকীয়ানীৰ লগত থাকিবলৈ দিব নোৱাৰি। আনটো হ'ল— সিহঁত দুটাৰ মাতে এইটো তৈয়েই এৰাএৰি নহয় তাৰ কাৰণে

সাৱধান ল'ব লাগিব। কাৰণ বিবাহ-বিচ্ছেদ কৰিলে ছোৱালীজনী আলৈ আথানি হ'ব।"

"ডাইভৰ্‌চ কৰিবলৈ দিব নোৱাৰি। তোমৰা মোৰ আৰু মোৰ বংশৰ খ্যাতি বৈ বৈ যাব।"—বৰুৱাই দৃঢ়স্বৰে ক'লে।

প্ৰতিভাই ক'লে—"অৱশ্যে বংশৰ মৰ্য্যাদা ৰক্ষা কৰি কাম কৰিবই লাগিব। গতিকে সিহঁত দুয়োটাকে ইয়ালৈ লৈ অহাৰ এটা ব্যৱস্থা কৰক।"

"সেইটোতো বহুত মক্কিল আছে।"

"কি মক্কিল ?"

"বিপিনে প্ৰেক্টিচৰ থলী নগাৱঁতে তৈয়াৰ কৰি লৈছে। ইয়ালৈ আহিলে সি ক'ত প্ৰেক্টিচৰ থল উলিয়াই ল'ব পাৰিব ?"—বৰুৱাই সোধে।

"পাৰক নোৱাৰক ইয়াৰ কাছাৰীতে নামটো লগাই থ'ব। নামত উকীল হ'লেই হ'ল।"

"নামত উকীল হ'লে মানুহে হাঁহিব তাক "ভেগাবণ্ড" বুলি আৰু ক'ব অমুক মন্ত্ৰীৰ জোঁৱাই চপনীয়া আৰু বেকাৰ।"

"তেনেহ'লে আপুনি বিপিনক ইয়ালৈ লৈ অহাটো পচন্দ কৰা নাইনে কি ?"

"মই পচন্দ কৰোঁনে নকৰোঁ সেই কথাটো উঠা নাই। সিহঁতক ইয়ালৈ লৈ অহাৰ বাটত কিমান মক্কিল আছে তাকেহে আঙুলিয়াই দেখুৱাইছোঁ। মই ভাবোঁ প্ৰথমে বিপিন অমিয়াৰ লগত ইয়ালৈ কেতিয়াও নাহে কাৰণ সি আত্মসন্মান থকা এটা শিক্ষিত ল'ৰা। দ্বিতীয়তে সি আহিলেও আমি অনাটো উচিত নহ'ব, কাৰণ ঘৰ-জোঁৱাই বধা কথাটোৱে আত্মসন্মান লাঘৱ কৰে।"

"তেনেহ'লে উপায় কি ?"—প্ৰতিভাই প্ৰশ্ন কৰে।

"মোৰ প্ৰশ্নটোকে তুমি মোলৈ ঘূৰাই মাৰিছাঁ ?"

"কিবা দুশ্চিন্তাবোৰৰ মাজতো ল'বাজিখন কৰে !"

প্ৰতিভাৰ এই গহীন কথাবাৰ শুনি মন্ত্ৰী বেণুধৰ বৰুৱা অলপ মৌন হ'ল। কিবা এটা গভীৰ চিন্তাই তেওঁৰ মন অধিকাৰ

কৰিলে । এই চিন্তাৰ পাঘুৰণিত পৰি যেন তেওঁ সেই কোঠালিটোৰ ইফালৰ পৰা সিফাললৈ অহাযোৱা কৰিবলৈ লাগিল । কেবাবাৰো এইদৰে ঘূৰি ঘূৰি তেওঁ এবাৰ প্ৰতিভাক কৈ উঠিল —"মই এটা উপায় ভাবি পাইছোঁ, অমিয়াৰ মাক !"

"কি উপায় পালে কওকচোঁন শুনোঁ ।"

আমাৰ নগাওঁৰ সেই ঘৰখন এনেয়ে খালী হৈ পৰি আছে । চাকৰ বাকৰো আছে । তালৈকে সিহঁত দুটাক লৈ আহোঁ । তেতিয়া ইকুল সিকুল দুয়োকুল ৰক্ষা পৰিব । এনেয়ে ঘৰখন ৰাখি থাকোঁতেই আমাৰ তাত বহুত পইচাৰ খৰচ হয় । তাতে সিহঁত থাকিলে দুপইচা যেনিবা বেছি হ'ব পাৰে তাৰ কাৰণে ভাবিব-লগীয়া একো নাই । ঘৰৰ মানুহ এযোৰা থাকিলে ঘৰখন পৰিপাটী হৈয়ো থাকে আৰু মোৰো মাজে মাজে মফচলত গৈ তাতে থাকিব মেজিবলৈকো সুবিধা হয় । তুমি কথাটো কেনে দেখা ?" —বৰুৱাই সুধিলে ।

"মই উপায়টো অলপো ভাল দেখা নাই, কাৰণ নিজৰ ঘৰৰ ওচৰতে থাকিব যেতিয়া নিজৰ ঘৰত থকাৰ নিচিনাই হ'ল । তেতিয়াও অমিয়াৰ ওপৰত যোগমায়াৰ কৰ্তৃত্বহে খাটিব । বিপিনক অমিয়াৰ কথা আৰু আমাৰ উপদেশমতে চলাবৰ কাৰণে কোনো সুবিধা নোলাব ।"

"তুমি কথাটো বুজা নাই । বিপিনক যদি আমাৰ সেই ঘৰটোলৈ আহিবলৈ মান্তি কৰাব পৰা যায় তেতিয়া মোহন শইকীয়াই মনতে বেয়া পালেও অন্ততঃ হস্তক্ষেপ নকৰে । কাৰণ তেওঁ ঘৰুৱা কাজিয়াখন বজনজনা কৰিব নুখুজিব । যোগমায়াই খুজিলেও শইকীয়াই অন্ততঃ তীব্ৰভাৱে বাধা দিব" বৰুৱাই ক'লে ।

"তেনেদৰে হ'লে একো বেয়া নহয় । কাৰণ তেতিয়া বিপিন আমাৰ কথামতেই চলিব লাগিব, অমিয়ায়ো ভাল পাব" —প্ৰতিভাই ক'লে ।

"আৰু বিপিনেও নগাওঁতে ওকালতি কৰিব পাৰিব, মাক-বাপেককো চকু দিব পাৰিব । কিন্তু বিপিন যে তেনেকৈ থাকিবলৈ মান্তি হ'ব মই তেনে আশা কৰা নাই । কাৰণ তেনেই ঘৰৰ ওচৰত শহুৰেকৰ ঘৰত থকাটো বেয়া দেখি ।"

"আপুনি এনে কথা নক'ব । চকুক সুধি চাউল বঢ়াব নোৱাৰি । বিপিনক যেনে তেনে আনি আমাৰ ঘৰত ৰাখিবই লাগিব । মোৰ এটি মাত্ৰ ছোৱালী, আই ঔ দেখি । তাই অশান্তিত দিন কটালে আমিনো কেনেকৈ জীয়াই থাকিম ।"

"তুমি অৱশ্যে ঠিকেই কৈছা । বিপিনক মান্তি কৰাই অমিয়াৰ সৈতে যেনে তেনে আমাৰ নগাৱঁৰ ঘৰটোলৈ লৈ আহিব লাগিব । তুমি চিন্তা নকৰিবা, মই ইয়াৰ এটা দিহা কৰিম ।" এইবুলি বকবকাই অফিচৰ কামত মূৰ পুতি লাগিল ; প্ৰতিভা তাৰ পৰা লাহে লাহে ওলাই গ'ল ।

( চৌবিশ )

অইন দিনাৰ দৰেই কাছাৰীৰ পৰা বিপিন পাঁচটামান বজাত পালেহি । মাক যোগমায়া তেতিয়া ঘৰত নাছিল । পতিকে চাহ-তাহ খাই উঠি বিপিনে দেউতাকৰ পৰা পোৱা চিঠিখন অমিয়াক দেখুৱালে ।

চিঠি হাতত লৈয়েই অমিয়াই বিপিনক প্ৰশ্ন কৰিলে—"দেউতাৰ চিঠিখনৰ কথা মোক অথনিৰে পৰা কোৱাই নাছিল কিয় ?"

"কোৱাহেঁতেন চাহ-তাহ নোখোৱাকৈয়ে মই জাউৰিয়ে জাউৰিয়ে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব লাগিলহেঁতেন ।"

"কেলেই ? ইমাননো কি প্ৰশ্ন সুধিবলগীয়া কথা তাত আছে ?"

"পঢ়ি চোৱাঁ ! তেতিয়াহে বুজিবা !"— বিপিনে ক'লে ।

অমিয়াই গোটেই চিঠিখন আগৰ পৰা গুৰিলৈকে পঢ়ি চালে আৰু খং উঠাহতে যেন কৈ উঠিল —"হওঁক তেওঁ ! মোৰ সুখৰ অন্ত পৰিব ।"

"মই ক'লোঁ প্ৰশ্ন কৰাৰ কথা আৰু তুমি সমিধান দি প্ৰশ্ন বোৰৰ একেবাৰেই অন্তকে পেলালা !"

"কিহৰনো ইমান প্ৰশ্ন ক'ব লগা আছে সেই বিষয়ে ?" —অমিয়াই যেন একো নুবুজি সুধিলে ।

"মোৰ কাৰণে ইমান এটা ডাঙৰ প্ৰশ্ন যি আজি মোৰ মন গোটেই দিনটোৰ কাৰণে অধিকাৰ কৰি ৰাখিছে, তাক তুমি নুবুজিলাই !"—বিপিনে ক'লে ।

"মই এইটো এটা তেনেই সাধাৰণ আৰু সহজ প্ৰশ্ন বুলিহে বিবেচনা কৰোঁ।"

"নিজৰ আই-বোপাইক এৰি ওচৰতে শহুৰৰ ঘৰত ঘৰজোঁৱাই হৈ থাকিবলগীয়া কথাটো তোমাৰ কাৰণে মনোৰঞ্জক হ'ব পাৰে, মোৰ কাৰণে ই এটা সমস্যা।"

"ঘৰজোঁৱাইনো ক'ত হ'ল? দেউতা-মা নথকা অৱস্থাতহে আমি থাকিম।"

"দেউতা-মা থাকিলে বা নেথাকিলে একে কথা।"

"কেনেকৈ?"

"তেওঁবিলাকৰ লগতে থাকিলে ঘৰজোঁৱাই যাক চপনীয়া আদি অলঙ্কাৰেৰে বিভূষিত কৰা হয়। আৰু তেওঁবিলাক নথকা অৱস্থাত ঘৰৰখীয়া হ'লে ভেৰোণীয়া চকীদাৰ। অন্ততঃ মানুহে তেনেকৈ ক'ব।"

"মানুহে যি কয় কওক। আমাৰ নিজ আৱশ্যক মতে কাম কৰিবই লাগিব।"

"তেতিয়াহ'লে আমাৰ আত্মসন্মান থাকিল ক'ত?"—বিপিনে প্ৰশ্ন কৰে।

"আপুনিতো লোকৰ খোৱা নাই! নিজ শহুৰ-শাহুৰৰ খাইছে। তাত কাৰ ক'ত কি হানি হ'ল?"

"লোকে কি ক'ব সেইটো লৈ মই ইতস্ততঃ কৰা নাই। মোৰোতো এটা বিবেচনা থকা উচিত!"

"আপুনিতো ভাবি-চিন্তিহে সিদ্ধান্ত কৰিব। বিবেক শক্তি লোপ পোৱাৰলৈ কোৱা নাই!"

"কিন্তু মোৰ বিবেকে মোক আই-বোপাইক নিঠকুৱা কৰি শহুৰ-শাহুৰৰ ঘৰত থাকিবলৈ কোৱা নাই।"

"আপোনাৰ বিবেকে হ'বলা মাক-বাপেকৰ প্ৰতি কৰ্তব্য কৰিবলৈ যাওঁতে নিজ তিৰোতাৰ ওপৰত কৰা অত্যাচাৰবোৰ নীৰৱে সহ্য কৰিবলৈ কৈছে?"—অমিয়াই একৰকম উদভ্ৰান্ত হৈয়ে প্ৰশ্ন কৰে।

"অইন মানুহ অপথে চলিছে বুলিয়েই মই হিতাহিত জ্ঞান এৰি পেলাব লাগিবনে কি?"

"যি আপোনাৰ তিৰোতাক ইমান অত্যাচাৰ কৰিব পাৰে, তেওঁ আপোনাৰ প্ৰকৃত আই নহয়।"

"প্ৰকৃত আই হয় নে নহয় ক'ব নোৱাৰো, কিন্তু তেওঁ মোক দহ মাহ দহ দিন গৰ্ভত ধাৰণ কৰি বিশাল পৃথিৱীৰ মুখ দেখুৱাইছে।"

"তেওঁ প্ৰকৃত আই হয় বুলিছে যেতিয়া মই আপোনাৰ লগত বাকবিতণ্ডা কৰিব নোখোজোঁ। কিন্তু আপোনাক সোঁৱৰাই দিব লাগিব বোধকৰোঁ মই আপোনাৰ বাটলু তিৰোতা নহয়। মোৰ প্ৰতিয়ো আপোনাৰ দায়িত্ব গভীৰ।"

"তোমাকতো মই আলৈ আথানি কৰিব খোজা নাই।"

"আলৈ আথানি হ'বলৈ হ'বলা বাকী আছে। পানীত হাঁহ নচৰা অৱস্থা হৈছে।"

"পানীত হাঁহ চৰাবলৈ যাওঁতে যেন মোৰ আই-বোপাইৰ দলনিত পোনা মেলা অৱস্থা নহয় তাৰ কাৰণেও সতৰ্ক থাকিব লাগিব।"

বিপিনৰ এই কথাত অমিয়াই "মোৰ ভাল কপালৰ বলত ইয়াত যোৱা আছিল, কোনোবা দিনা আপোন ঘাতী হ'ব লাগিব" বুলি হুক হুক কৰি কান্দিবলৈ ধৰিলে।

এনেতে বাহিৰত নঙলা খোলাৰ শব্দ শুনা গ'ল। লগে লগে কোঢ়াল আৰম্ভ হ'ল—"এই মোৰ জীৱনত শান্তি নহ'ল। অলপ সময়ৰ কাৰণেও আঁতৰি যাব নোৱাৰি। গোটেই ঘৰে বস্তু ভ'তে থাকে। গৰু গাই সকলোবোৰ বাহিৰতে আছে। আহ। আহ!! ঘুৰ ঘুৰ। সেই হাপলীজনীয়ে গোটেই ফুলকোইজোপা শুকালি পেলালে। মই ক'ত মৰোঁগৈ। কোনো ক'তো খবৰ কৰোঁতা নাই। সকলোবোৰ মোৰ ঘৰত আলহী।"

অমিয়াই গতিগোত্ৰতে শাহুৱেক যোগমায়া আহিছে বুলি বুজিলে আৰু "যাওক আপোনাৰ আই গোঁসানী সেইয়া আহিছে পূজা দিয়কগৈ" বুলি বিপিনক কৈ চকু-মুখ মোহাৰি তাৰ পৰা [illegible]।

বিপিনেও বহুতো এটা দীঘল হুমুনিয়া কাঢ়িলে।

## ( পঁচিশ )

"কোনো খবৰ-খাতি নিদিয়াকৈ দেউতা আহি ইয়াত সোমাই আছেহি । আমি গমেই পোৱা নাই"—অমিয়াই মফচলত আহি নগাৰ্‌ৰ ঘৰত থকা দেউতাক মন্ত্ৰী বেণুধৰ বৰুৱাক ক'লে,

"পুৱা আপোনাৰ বেহেৰাটোৱে গৈ কোৱাত বিচুৰ্তি খালোঁ।" —বিপিনে অমিয়াৰ লগতে লগাই দিয়ে ।

"কেলেই তোমালৈ দিয়া চিঠিখন পোৱা নাই জানোঁ ?" —বৰুৱাই সোধে ।

"আপোনাৰ চিঠিখন আজি চাৰি-পাঁচ দিনমানৰ আগতে পালোঁ । তাততো আপুনি ইয়ালৈ অহাৰ কথা লিখা নাছিল ।"

"লিখা নাছিলোঁ, কাৰণ কেতিয়া সময় কৰিব পাৰোঁ নোৱাৰোঁ একোতো ঠিক নাই ।"—বৰুৱাই ক'লে ।

"আপুনি ইয়াত কেইদিনমান থাকিব ?"- বিপিনে সোধে ।

"তিনি-চাৰি দিনমান থাকিম কিজানি ! পিচে তোমালোকৰ খা-খবৰ কেনে ? দেউতাৰাৰ ভালনে ?"

"ভাল বেয়া প্ৰায় সদায় একেই । তাতে বয়সো হৈ আহিছে গা প্ৰায়েই সুবিধা নেথাকে ।" বিপিনে এনেদৰে কোৱাৰ লগে লগে বৰুৱাই অমিয়াৰ ফালে চালে আৰু প্ৰশ্ন কৰিলে —"তোৰ আই গা ভালনে ? গোটেইজনী দেখোঁন মুখত ৰসপম নাইকিয়া হৈছে । তোৰ কি হৈছে ?"

বৰুৱাই এনেকৈ সোধাৰ লগে লগে অমিয়াই বাপেকৰ গাত পৰি হুক্ হুক্ কৰে কান্দিবলৈ আৰম্ভ কৰিলে ।

তাতে জীয়েকে তেনেকৈ কন্দাৰ কাৰণে বৰুৱাৰ মনেও শোকতে উজনিভাটী কৰিলে যদিও এনে এটা অবাস্তৱ পৰিস্থিতিৰ পৰা ততাতৈয়াকৈ হাত সাৰিবৰ কাৰণে বৰুৱাই মৰমৰ সুৰতে জীয়েকক ধমকি দিলে । অমিয়াই যেন চুৰ্তি মুৰাই পালে আৰু বাপেকৰ গাৰ পৰা আঁতৰি উঠিল ।

"এতিয়া আহিবলৈ সময় নাছিল যদিও এইৰ চিঠিখন পাবৰে পৰা অশান্তিত বেছিদিন থকা অনুচিত বুলিহে সময় উলিয়াই ৰবা-ৰবিকৈ আহিলোঁ। পিছে তুমি মই লিখা কথাটোৰ বিষয়ে ভাবি চাইছানে ?"

"ও, আপোনাৰ উদ্দেশ্যটো বুজিছোঁ।"—বিপিনে ক'লে ।

"পিচে তোমালোকক মই ইয়াত থকা দুদিনৰ ভিতৰতে আমাৰ ঘৰটোলৈ আনি ঠান-থিত লগাই দিব খুজিছোঁ। । তুমি সেই বিষয়ে কিবা সিদ্ধান্ত কৰিলানে ?"

বিপিন যেন কোনো প্ৰত্যুত্তৰ দিব নোৱাৰি মৌন হৈ ৰ'ল।

অমিয়াই অলপ যেন তীব্ৰ ভাবেই আৰম্ভ কৰিলে—"মই মৰিলোৱেঁই বা তৰিলোৱেঁই, সেইটো ভাবি চাবলৈ সময় নাই। মুঠেই মাকৰ কথাতে হয়ভৰ দি থাকে, মুখেৰে একো মাতিব নোৱাৰে। এতিয়া হেনো মাক-বাপেকক এৰি ইয়ালৈ আহিব নোৱাৰে। আহিলে মাক-বাপেকক চকু দিব কোনে ?"

"তুমি আমাৰ ঘৰটোত থাকিলেও দেউতাহঁতক চকু দিব পাৰিবাঁ দেখোন !"

"মই আপোনালোকৰ ঘৰত থাকি চকু দিয়া নিদিয়া একেটা কথা !"

"কি কাৰণত ?"

"মই আই-বোপাইক এৰি অহাৰ পিছত তেওঁলোকৰ মানসিক স্বস্তি ক'ত থাকিব ?"

"মই অৱশ্যে হঠাৎ কিবা এটা কৰি তোমাৰ আই-বোপাইৰ শান্তি ভঙ্গ কৰিবলৈ তোমাক ক'ব নোৱাৰোঁ। । কিন্তু সেইবুলি তুমি এটা অশান্তিৰ মাজত থাকি তোমাৰ জীৱনত উন্নতি সাধন কৰিবাঁ কেনেকৈ ?"

"আই-বোপাইৰ প্ৰতি কৰ্তব্য বাদ দি মই যেনিবা আপোন-পোটীয়া ভাৱে জীৱনত উন্নতি কৰিলোৱেঁই, তাৰ মূল্য কি থাকিব !"

"তোমাৰ উন্নতিটো তেনেহ'লে একেবাৰেই পাৰমাৰ্থিক হ'ব লাগিব ?" বুলি ৰকবাই চেক চেক কৰি হাঁহিবলৈ লাগিল।

বিপিনে একো নেমাতিলে। ৰকবাই আকৌ আৰম্ভ কৰিলে—"যদিও বিদ্যাবুদ্ধি লৈ সংসাৰত প্ৰৱেশ কৰিছা তথাপিতো তোমালোকৰ সাংসাৰিক অভিজ্ঞতা বৰ কম। পতিকে সংসাৰৰ আতঁজাত একো পোৱা নাই। সেই কাৰণে এনেকৈ ভাবে ভাবে কথাবোৰ ভাবিছা।

নহ'লে তোমাৰ জীৱনৰ উন্নতিৰ ঘাই সূচিত সামাজিক, অৰ্থনৈতিক, সাংসাৰিক আদি সকলো উদ্দেশ্য লগলাগি ই পাৰমাৰ্থিক উন্নতিৰ সাগৰলৈ গতি কৰিব আৰু তাৰ যোগেই তুমি মুক্তি লাভ কৰিবা— এনে অবান্তৰ কথাবোৰ নেভাবিলাহেঁতেন। এনেকৈ মিছামিছি কথাবোৰ ভাবি থকা মানুহ সংসাৰত একো কাম কৰিব নোৱাৰি ভীষণ সংঘাতৰ মাজত বিহ্বল হৈ পিছত বলিয়া হয়। মোৰ উপদেশ শুনা—সংসাৰলৈ আহিছা কৰ্ম কৰিবলৈ। আৰু তাৰ কাৰণে যিমানখিনি সুযোগ আহি পৰে তাৰ ধনিচাঁমানো এৰি দিয়া উচিত নহয়। তুমি জীৱনত ওকালতি কৰি প্ৰতিষ্ঠা লাভ কৰিবলৈ হ'লে ঘৰুৱা খাচাং খুচুং কথাবোৰ লৈ তাৰ মেৰপাকত সোমাই নেথাকিবা। নিজ কামৰ কাৰণে এনে সুন্দৰ সুযোগ নেৰিবা। এনেকুৱা এটা সুন্দৰ ঘৰৰ পৰিবেশত থাকিবা। যি য'ত অভাব আছে সকলো মই পুৰাই দিম। তোমালোকক চকু দিবলৈ দুই চাৰিটা আলধৰাও থাকিব। ইয়াৰ বাহিৰেও মোৰ আইনৰ কিতাপ পোটেইবোৰ ইয়াতে পুৰি আছে। সেইবোৰৰ তুমি সুবিধা ল'ব পাৰিবা। এনেকুৱা এটা সুবিধাৰ কথা অইনে ভাবিবই নোৱাৰে। তোমাৰ কপালৰ বলতহে এনে এটা সুবিধা আহি পৰিছে। গতিকে তুমি ইয়াক এৰি নিদিবা। সাংসাৰিক অৱস্থা টনকিয়াল কৰিব ল'ব পাৰিলে দেখিবা আজি যি তোমাক নিন্দা কৰিছে কাইলৈ তোমাৰে গুণ গাব। আজি তুমি ওকালতিত খ্যাতি লাভ কৰি অৰ্থ সংহৰণ কৰিব পাৰিলে কাইলৈ তোমাৰ মা-দেউতাৰাই তোমাৰ গুণ কেউফালে ৰতি কুৰিব”

“তথাচ মই আপোনালোকৰ ঘৰটোলৈ আহি যে মানসিক শান্তি পাম তেনে নেভাবোঁ। আৰু মানসিক অশান্তিত বাস কৰিবলগীয়া হ'লে ওকালতিত উন্নতি নেলাগে কোনো কামেই কৰা টান।” —বিপিনে ক'লে।

“মনত অশান্তি কৰি গুকাই-খীণাই তুমি যদি তোমাৰ কামত মনপুতি লাগিব নোৱাৰা তেতিয়াহ'লে তোমাৰ উদ্গতিৰ হৈ অইন কোনে খাটি দিব? তোমালোক ৰেকা ল'ৰাবোৰ এনেকৈ মিছামিছি কথাবোৰতে লাগি থাকি নষ্ট পাৰ ধৰিছা।”

“তথাপিতো মানুহৰ মানসিক অৱস্থাৰ গতিটোক আপুনি বাদ দিব, [illegible]।”

"বৰ ভাব-প্ৰৱণ হ'লে, বুইছোঁ, যেই কোনো সৰু সুৰা কথাতে মানসিক বিহ্বলতা আহি পৰে। মই এই দুদিনৰ ভিতৰতে তোমা-লোকক ইয়াতে থিত লগাই থৈ যাম্ বুলি আহিছোঁ। তুমি এতিয়া যোৱাঁ।"

"দেউতা আপুনি তেখেতৰ দেউতাকক লগ ধৰি ক'ব পাৰে যে আমাৰ এই ঘৰটো চকু দি থাকিবলৈ মানুহৰ অভাৱ হোৱাত গোটেই সম্পত্তিটো নষ্ট হৈ যাবৰ উপক্ৰম হৈছে। গতিকে তেখেতে যেন পুতেক বোৱাৰীয়েকক ইয়াত থাকিবলৈ অনুমতি দিয়ে"—অমিয়াই দেউতাকক ক'লে।

"মোৰ ক'বৰ ইচ্ছা মুঠেই নাই। কাৰণ এওঁৰ দেউতাকৰতো একো কথা নাই। মাকহে সৰ্বেসৰ্বা। কাজেই দেউতাকে অনুমতি দিলেও মাকে যে তাত সম্মতি জনাব তাৰ আশা নাই। টনা-আজোঁৰাধন লগাবলৈ কিয় যাওঁ। মাজতে লঘু হৈ অমানুহ হোৱাৰ বাহিৰে অন্য কোনো ফয়দা নহ'ব।"—ককাৰাই উত্তৰ দিলে।

"দেউতা ভেনেহ'লে আমি যাওঁহে"—অমিয়াই বাপেকক মাত লগালে।

"তহঁত এতিয়া যাহঁক। কাইলৈ পুৱা একেবাৰেই ওলাই আহিবি।"

বাৰু 'বুলি অমিয়াই শলাগিলে। বিপিনে কিন্তু একো নেমাতি বৰ চিন্তাযুক্ত ভাৱে তাৰ পৰা ওলাই আহিল।

( চাব্বিশ )

সেইদিনা বিপিনৰ কাছাৰীৰ পৰা আহোঁতে অলপ পলম হ'ল। কাৰো লগত বিশেষ কথা-বতৰা নকৈ চাহটোপা খাই মুখে কপালে হাত দি পঢ়াকোঠাৰ চকীখনত বহি পৰিল।

ইফালে ভিতৰ চোতালত বহি বোপমাৰাই ওচৰৰে কেইজনীমান মাইকী মানুহৰ সৈতে কিবাকিবি আলোচনা কৰি আছে। মাইকী মানুহৰ কথাৰ ফৰকৰণিয়ে যেন বিপিনৰ অশান্তি আৰু বঢ়াইছে।

"ইমানকৈ চিন্তা কৰি যে মূৰত হাত দি আছে কি হৈছে আপোনাৰ?"—অমিয়াই সোমাই আহি সোধে।

"কিহৰ চিন্তা হৈছে তুমি এতিয়াও বুজা নাইনে।"—বিপিনে প্ৰশ্ন কৰে।

"সেই একেটা কথাকে লৈ আপোনাৰ ইমান চিন্তা। মই ভাবিছিলোঁ আপুনি কাইলৈ যোৱাৰ সিদ্ধান্তহে কৰিছে।"

"নহয়, অমি, তুমি কথাটো বুজা নাই, সেইকাৰণেহে তেনেকৈ কৈছা।"

"কি কথা বুজিবলৈ আছে?"—অমিয়াই প্ৰশ্ন কৰে।

"য'ত জন্মগ্ৰহণ কৰিছোঁ সেই ঘৰখন কোনোপধ্যেই এৰি যাব নোৱাৰি। কাৰণ ইয়াৰ প্ৰত্যেকটো বস্তু মোৰ অতি আপোন, প্ৰত্যেকটোৱেই মোৰ অন্তৰৰ নিভৃততম অংশ স্পৰ্শ কৰে। এনে এটা গাঢ় সম্বন্ধ পৰিত্যাগ কৰি নিজক য'ত প্ৰকৃতিস্থ কৰি ৰাখিব নোৱাৰিম, তালৈ গুছি যোৱাৰ আগতে অনেকবাৰ ভাবিব লাগিব। ইয়াৰ পৰা তেনেকৈ এবাৰ ওলাই যোৱা মানে এইবোৰৰ পৰা শেহবাৰৰ কাৰণে বিদায় লোৱা। সৌ যে নওলামুখত কৰবী জোপা আছে দেখিছানে? সেইজোপা মই সৰুতে নিজে ৰোৱা। এতিয়া সি কিমান ডাঙৰ হৈ ফুল ফুলি জাতিষ্কাৰ হৈ উঠিছে। সেই কৰবীজোপা যে আছে সৰু অৱস্থাত তাৰ কৰবী জেপত ভৰাই লৈ গৈ মোৰ শ্ৰেণীৰ ল'ৰা বিলাকৰ সৈতে ভগাই খাই কিমান আনন্দ পাইছিলো সেই কথা মই এতিয়াও পাহৰা নাই। পুখুৰীৰ পাৰৰ ওলচজোপাৰ তলতে আমি মাটিৰে মূৰ্তি সাজি পূজা কৰি সেই মূৰ্তিখন পুখুৰীত উটাই দিছিলোঁ। লগে লগে গোঁসানীৰ পাটৰ ফুলবিলাক পানীত ওপঙি মনোমোহা দৃশ্যৰ সৃষ্টি কৰিছিলে। সেই বকুলজোপাৰ গুৰিত আমাৰ গৰুবোৰ স্কুললৈ যোৱাৰ আগতে বান্ধি ৰাখিছিলোঁ। স্কুলৰ পৰা মই ঘূৰি আহোঁতে সতৃষ্ণ নয়নেৰে সিহঁতে মোৰ মুখলৈ চাইছিল সেই কথাবিলাক মোৰ মনত এতিয়াও অভিনৱ যেন লাগি আছে। কাইলৈ ইয়াৰ পৰা গ'লে সিহঁতৰ স্মৃতিয়ে মোৰ মনটোক খাই মাৰিব। য'ত তেজ মঙহৰ সম্বন্ধ তেনে সম্বন্ধ ভৰিৰে গচকি মোহাৰি পেলোৱাতো টান।"

"আকৌ এজন শকুন্তলা ওলাল!"—অমিয়াই তেনেকৈ কৈ হাঁহি দিলে।

"শকুন্তলা হোৱাহেঁতেন ভাল আছিল। কাৰণ আমাৰ সমাজৰ প্ৰথা হৈছে যুৱতী জীয়ৰী স্বামীৰ ঘৰলৈ যায়। আৰু যোৱাৰ আগতে স্বামীগৃহৰ মধুৰ সপোন দেখে। পিতৃগৃহৰ পৰা বিচ্ছেদটো অতি দুঃখদায়ক হ'লেও অইন এটা মধুৰ ভাবেৰে আপ্লুত হৈ দুঃখ পাহৰিব পাৰে। মোৰ পক্ষে এতিয়া কথাটো হৈছে নাভূত নাশ্ৰুত।"

"কেতিয়াও নহয়। কত ল'ৰাই তেনেকৈ ঘৰত থাকিব নোৱাৰি শহুৰেকৰ ঘৰত আশ্ৰয় লয়গৈ।"

"অনেক সন্তানৰ মাজৰ পৰা কেতিয়াবা কিবা কাৰণত মনোমালিন্য হৈ কোনোবা এজনে শহুৰেকৰ ঘৰত আশ্ৰয় ল'বগৈ পাৰে। কিন্তু এটি মাত্ৰ সন্তান—সি তেনেকৈ গুচি যোৱাটো অতি বিৰল। তুমি কেনেকৈ বুজিবাঁ দেউতাই মোৰ লগত কিমান কষ্ট কৰিছে। গোটেই জনমটো ঘকৰা শিক্ষকতা কৰি মোৰ শিক্ষা নিৰ্বাহ কৰালে। আৰু এনেকৈ টিউচন কৰি ফুৰোঁতে ঘৰৰ খবৰ-খাবাৰ ল'বলৈ অলপো ফুৰ্চৎ নেপায়। সেই কাৰণে অন্য কামৰ গোটেই বোজাটো মাৰ ওপৰতে পৰে। গতিকে তেওঁৰ কি কষ্ট হৈছিল অনুমান কৰিব পাৰি। এতিয়া অলপ কথাতে খং কৰি যদি গুচি যাওঁ তেতিয়া মোৰ দায়িত্ব পালন কৰা ক'ত হ'ব। তেওঁবিলাকৰ প্ৰতি মোৰ কৰ্ত্তব্য সম্পাদন নকৰি পশুত্বৰ চিনাকিয়েই বা কেনেকৈ দিওঁ?"

"তেনেকৈয়ে মোৰ প্ৰতিয়ো আপোনাৰ কৰ্ত্তব্য আছে।" অমিয়াই কয়।

"সেই কৰ্ত্তব্যৰ প্ৰতিয়ো মই সজাগ। দুই কৰ্ত্তব্য কি উপায়ে সম্পাদন কৰিম। এটা ধৰিলে ইটো ত্যাগ কৰিব লাগে। সেই কথাটোৱেই মোৰ মনটো আজি বহুদিনৰে পৰা বিব্ৰত কৰি তুলিছে।" এইবুলি বিপিন অলপ সময়ৰ কাৰণে নিস্তব্ধ হ'ল। অমিয়াও নিতাল মাৰিলে।

"আজিকালি ল'ৰা তোলা কোনো কয়দা নাই আৰু। ল'ৰা তেনেই জীয়াৰী হোৱাজী যেন হ'ল। মেণীয়েকহঁতৰ লগত মৈ বাহিৰে বাহিৰে ঘূৰি ফুৰিব। বহুতেকে হমাহে পাক এটা মাৰি মুখ দেখুৱাবলৈকে টান পায়। তুমি সেই জীয়াৰী হোৱাজীৰ মুখ চাই অহাদি ল'ৰাৰ মুখ চাইহে থাকিব লাগে।"—এনবাৰী মুখীৰ [illegible] ভোজনালয়লৈ খোজ ল'লে গ'ল।

লগে লগে যোগমায়াই আক্ষেপ কৰিলে—"সিয়ো ভাল। মোৰ পো-বোৱাৰী লগতে থাকি যি সোপা সুখৰ মুখ দেখিছোঁ কব নেলাগে। বোৱাৰী নহয় সাক্ষাৎ সৰস্বতী। মুখত জুই দিলেও নোপোৰে। ধনী মানুহৰ ঘৰৰ ছোৱালী আনি মোৰ সুখ একেবাৰেই বৈ বৈ গৈছে।"

"শুনিলেনে আপোনাৰ মাকৰ মহিমা। নিজ পুতেক বোৱাৰীয়েকৰ বদনাম গোটেই ডোলপিতি ফুৰিছে। মোৰ পৰা আপোনাৰো সুখ নহ'ল। মোক ছিলঙত থৈ আহি আপুনিয়ো সুখে থাওক আৰু মাক-বাপেককো সুখে ৰাখক। মোৰ আৰু ইয়াত থকা নহ'ব। থাকিলে তিলতিলকৈ মৰিব লাগিব"—অমিয়াই গোটেই উৰাউলী হৈ ক'লে।

বিপিনে কিন্তু একো উত্তৰ দিব নুখুজি বিষন্ন মনেৰে লাহে লাহে কলঙৰ পাৰলৈ ওলাই গৈ এখন বেঞ্চৰ ওপৰত বহিল। তেতিয়া কলঙৰ পাৰত জুৰ বতাহ বলিছিল। মাছমৰীয়া বিলাকে সুন্দৰ সুন্দৰ গীতৰ তান ধৰিছিল।

বিপিনৰ কিন্তু বতাহটো গৰম অনুভৱ হ'ল। সেই মাছমৰীয়া সকলৰ গীতবোৰে যেন অট্টহাস্য কৰি বিপিনৰ কাণত থহৰ থহৰ বিন্ধিলে।

বিপিন ঘৰলৈ উভটিল আৰু পোনকোৱেই বিছনাত পৰিল।

## ( সাতাইশ )

পিচদিনা পুৱা বিপিনৰ শুই উঠোঁতে অলপ বেছি হ'ল। পা পা ধুই উঠি চাহ খোৱা শেষ কৰিছে। এনেতে বেণুধৰ বৰুৱাৰ গাড়ী আহি মোহন শইকীয়াৰ পদূলিত খিয় দিয়েহি। বিপিন লৰালৰিকৈ পোচাক পিন্ধি ওলাই আহিল। আৰু চ'ৰাত বহি থকা মোহন শইকীয়াক ক'লে—"দেউতা, মই অমিয়াহঁতৰ ঘৰৰ পৰা আহোঁ।"

"তোৰ শহুৰেৰ আহিছে নেকি ?"

"হয় আজি তিনিদিনমান ইয়াতে আছেহি।"

তিতৰৰ পৰা যোগমায়াই মাত। [illegible]

বিয়েয়েক আজি তিনিদিনমান হৈয়াতে আছেহি, দেখা এটা দি আহকগৈ ।"

শইকীয়াই একো জবাব নিদিলে। বিপিন ওলাই গৈ মটৰত উঠিল আৰু অলপ সময়ৰ ভিতৰতে বেণুধৰ বৰুৱাৰ ঘৰত উপস্থিত হ'ল। বৰুৱাই তেতিয়া দাড়ি খুৰাই আছিল। বিপিনে সোমাই গৈ সুধিলে—"দেউতা, গা ধোৱাই নাইনে কি ?"

"এৰা বোপাই, কেবাজনো মানুহৰ সৈতে কিবাকিবি আলোচনা কৰি থাকোঁতেই আজিবিকে পোৱা নাই ।"

"মোৰো আজি কেইদিনো গাটো বৰ ভাল নহয় ।" বিপিনে ক'লে ।

"কি হৈছেনো তোমাৰ ?"

"অলপ অচৰপ পানী লাগি আছে। তাতে কিবা বাজে চিন্তাবোৰে আগুৰি ধৰি গাটো বৰ দুৰ্বল কৰি পেলাইছে ।"

"সাধাৰণ কথাবোৰ লৈ তোমালোকে কিয় ইমান চিন্তা কৰা মই বুজিব নোৱাৰোঁ।"

"আপুনি যিটো সাধাৰণ কথা বুলিছে সেইটো মোৰ কাৰণে অসাধাৰণ, কাৰণ মই বাস্তৱিক হিচাপে দুফালৰ পৰা দুই দৃষ্টি-ভঙ্গীত সেই কথাটোৰ সন্মুখীন হ'ব লগা হৈছোঁ।"

"তোমাৰ একেবাৰে ব্যক্তিগত কথা এটাত বহুত কথা একেলগে সাঙুৰি লৈ জোটাই পোটাই আছা। কিন্তু মই হ'লে একো বুজিব পৰা নাই।" —বেণুধৰ বৰুৱাই ক'লে।

"একেবাৰে ব্যক্তিগত বুলি আপুনি কি ক'ব খুজিছে মই একো ধৰিব পৰা নাই !"

"মানে তোমাৰ আৰু অমিয়াৰ জীৱন একেভাল জৰিৰে এক-গোট কৰি বন্ধা যেনিবা এজন ব্যক্তিহে। আৰু তোমালোকৰ দুয়ো-টাৰ মাজতে আঁহফালি মেৰে তোমালোকৰ একত্ব তথা ব্যক্তিত্ব নষ্ট কৰিব খুজিব তাকে তুমি পৰিত্যাগ কৰিব লাগিব। এনে এটা ব্যক্তিগত কথাত তুমি লোকৰ স্বাৰ্থৰ কথা সাঙুৰি আধামৰা হৈছা কিয় ?"

"তেনেহ'লে মোৰ জীৱনৰ গতিৰ লগত আই-বোপাইৰ কোনো সংশ্ৰৱ নাই ?"

"আছে, যিমানলৈকে তেওঁলোকৰ স্বাৰ্থ ৰক্ষা হয় সিমানলৈকে।"

"তেওঁলোকৰ স্বাৰ্থ মোৰ স্বাৰ্থ নহয়নে কি ?"

"হয়। কিন্তু তোমাৰ স্বাৰ্থটো তেওঁলোকৰ নহয়।"

"কেনেই ?"

"কাৰণ তেওঁলোকে তেনেকৈ নেভাবে। অমিয়াৰ আৰু তোমাৰ মনোমালিন্য হ'লেই তোমাৰ মাৰাই অন্ততঃ তেওঁৰ স্বাৰ্থসিদ্ধি হ'ব বুলি ভাবে।"

তেনেহ'লে অমিয়াই নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণেই অলপ সহ্য কৰিবলৈ শিকক আৰু আমি আমাৰ ঘৰতে থাকোহঁক।"

"তুমি কি কথাবোৰ কোৱাঁহে। তুমি যই যিমানদূৰ গমি-পিতি চাব পাৰিছোঁ, অমিয়াই সিমানদূৰলৈ ভাবিব পাৰিব বুলি আশা কৰাটো ভুল হ'ব। কোমলমতিৰ ছোৱালী অলপতে ব্যতিব্যস্ত হৈ পৰে।"

"জীৱনত ঠেকা খালে অলপ অলপকৈ ভাবিবলৈ শিকিব।"

"ভাবিবলৈ শিকাৰ লক্ষণ নাই !"

"তেনেকুৱা অনুমান কিহৰ পৰা কৰিলে ?"

"মানে এতিয়ালৈকে তেনে গতিগোত্ৰৰ অভাৱৰ পৰা। অৰ্থাৎ তোমাৰ মাৰাই যিমান উগ্ৰমূৰ্তি ধাৰণ কৰিছে, অমিয়েও তেনে প্ৰতিক্ৰিয়া কৰিছে !"

"শিক্ষিতা ছোৱালী, সময়ত নিজে নিজে পৰিস্থিতিৰ লগত খাপখুৱাই ল'ব পাৰিব।"

"মানে কথাটো অকল শিক্ষাৰ ওপৰতে নিৰ্ভৰ কৰা নাই। তাই সৰুৰে পৰা বেজেগ আদৰ-কায়দাত আজসুৱা হৈ উঠাত কাৰো মমৰ তাৰ বুজিৰ নোৱাৰা মনোভাব এটা গঢ়ি উঠিছে।"

"সেইটো আপোনালোকৰে ভুল। এতিয়া তাৰ ফল ভোগ কৰক।"

"আমাৰ ভুল হয়েই। পিচে তুমি আনো কথাটো আমেয়ে নেজানা ? পানীত নামিলা বুলিয়েই আৰু নামি গৈ থাকি কাচুতি এৰিবা নে ? উঠিবলৈহে যত্ন কৰিব লাগে।"

"বুঢ়াখুড় দেখিয়ো মৃৰ ভিয়ালে যেতিয়া, আধাচোচা কৰিব নোৱাৰে !"

"আধাচোচা নকৰি শেষ কৰিবলৈ যাওঁতে যদি বধজিয়াই পেলায় ! অৰ্থাৎ অমিয়ে ইতিমধ্যে অতিষ্ঠ হৈ আত্মহত্যা কৰে নাইবা পলাই গৈ ছিলং ওলায়গৈ তেতিয়া তোমাৰ সদ্‌নামে গোটেই বৈ বৈ যাব। দুয়ো পৰিয়ালৰ খ্যাতি বজনজনা হ'ব।"

"মই আহি ইয়াত থাকিলেওতো কম বদ্‌নাম নহ'ব।"

"কি কথাবোৰ কৈ থাকাঁহে ? একেটা কথাকে এনেকৈ ধৰি থকা মানুহ তোমাৰ বাহিৰে আৰু দ্বিতীয় কাকো দেখা নাই। তুমি ভীতু কাপুৰুষ। নিজ ভিৰোতাৰ ওপৰত এনেকৈ অইনক প্ৰতিপত্তি খটাবলৈ এৰি দি কোন মানুহ তেনেকৈ নিৰ্ব্বিকাৰ হৈ থাকিব পাৰেহে ? নিজৰ বস্তু, নিজৰ ভৱিষ্যৎ, নিজৰ সংসাৰ নিজে চম্ভালি নেৰাখি লোকৰ হাতত এৰি দি কিয় সোপাকে বৰবাদ কৰিবা ? তোমাৰ যি ইচ্ছা তাকে কৰিব পাৰা। কিন্তু জানি শুনিয়ো দেখি মেলিয়ো মোৰ ছোৱালী বিয়া কৰাই তাইৰ জীৱনটো কিয় এনেকৈ নষ্ট কৰিবা ? তোমাৰ যি ইচ্ছা হয়, তাকে কৰিব পাৰা। তুমি যদি আমাৰ কথালৈ এনেকৈ আওকাণ কৰা, তেতিয়া তুমি ভৱিষ্যতে আমাৰ পৰা পাবলগীয়া স্বাভাৱিক সুবিধাবোৰো হেৰুৱাবা আৰু বিপদত পৰিলে আমি উলটি নাচাওঁ। আমাৰ ছোৱালী তোমালৈ বিয়া দিলোঁ যেতিয়া ভাল উপদেশ দিয়া কৰ্ত্তব্য বুলিহে উপযাচি দিছোঁ। মোৰ ছোৱালীৰ স্বাৰ্থত নহয়। তোমাৰ বৃহত্তৰ স্বাৰ্থৰ খাটিবতহে। মোৰ ছোৱালী যমেই নিজে বা জোঁৱায়েই নিজে মই সিমান নেভাবোঁ বুলিছোঁ।

বকৰাৰ মূৰ্ত্তি দেখি বিপিনে আৰু একো সমিধান নিদিয়াকৈ তাৰ পৰা তভাতভাকৈ ওলাই আহিল।

## ( আঠাইশ )

যৰ পৰাই বিপিন জবাজবিকৈ কাছাৰী পালেগৈ। আৰু বাৰ লাইব্ৰেৰীত বহি আইনৰ কিবা এটা কথা আলোচনা কৰিবৰ মনেৰে

ইণ্ডিয়ান বিপোর্টাৰখন মেলি ল'লে। কিন্তু উচ্পিচাই থকা মনটোহে কোনো কথাৰ ভিতৰলৈ যাব নুখুজিলে। বিপিনে অশান্ত অৱস্থাটোক হেঁচি ধৰি মনটোক শান্ত কৰি আলোচনীখনৰ কথাবোৰত লগাবলৈ চেষ্টা কৰিলে। তথাপিতো যেন মনটো উদ্বিগ্ন, অশান্ত আৰু যেন অতৰ্কিতে ই কিবা এটা কথাৰ পিচহে লয়। উপায় নেপাই মগজটো ঠাণ্ডা কৰিবৰ কাৰণে একাপ চাহৰ ফৰ্মাচ দিলে।

চাহত শোহা মাৰি বিপিনে বাৰ লাইব্ৰেৰীৰ ওপৰ মহলাৰ খিৰিকীয়েদি দূৰলৈ চাই পঠিয়ালে। অলপ দূৰত কলঙৰ সুঁতি চকুত পৰিল। পাৰৰ বালি চাপৰিবোৰে খৰালিৰ শুষ্কতাত এটা ভয়াবহ ৰূপ লৈ যেন বিপিনৰ ফালে অট্টহাস্য কৰিছে। দূৰৰ মাহনীবোৰৰ শুকান মাহবোৰে বিপিনৰ শুকাই যোৱা মনৰ গতিটোক যেন সমবেদনা জনাইছে।

বিপিনে চাহ খাই খাই কিবা এটা ভাবত যেন তন্ময় হৈ ৰ'ল।

কেউপিনে শুকান, খৰাং। কলঙৰ পানী শুকাই বালি ওলাইছে।

এই কলঙেই এদিন সেউজীয়া ৰঙেৰে বিপিনৰ মনৰ সকলো ভাবতে এটা সবুজ ৰঙৰ আভা বোলাইছিল। ইয়েই এদিন আশাৰ সমল যোগাই বিপিনৰ কাৰণে যেন সকলো প্ৰেৰণাৰ নিদান আছিল।

বিপিনৰ মনত পৰিল কেনেকৈ এদিন গুৱাহাটীৰ পৰা আহি পায়েই নৰাজবিকৈ এই কলঙৰ পাৰে পাৰে অমিয়াহঁতৰ ঘৰলৈ গৈছিল আৰু ইয়াৰ সিপাৰত থকা দূৰৈৰ সেউজীয়া চাপৰিবোৰে আৰু এই পাৰৰ নতুন কুঁহিপাতেৰে চিকমিকাই থকা গছবোৰে বিপিনৰ অৱচেতন মনটোত কেনেকৈ অমিয়াৰ সৌন্দৰ্য্যৰ ঢৌ খেলিছিল। প্ৰকৃতিৰ অভিনৱ কমনীয়তাই অমিয়াৰ ফুলোঁ ফুলোঁ কৰা মাধুৰিমাৰ আস্বাদৰ কাৰণে বিপিনক লালায়িত কৰিছিল।

কলং জীয়া সুঁতি আৰু অমিয়াৰ জীৱন্ত প্ৰতিমূৰ্ত্তি।

লগে লগে বিপিনৰ উদভ্ৰান্ত যৌৱন।

তেতিয়া সকলোবোৰেই মধুৰ। সংগোপনপুৰীৰ অলৌকিক কল্পনাই বিপিনক মতলীয়া কৰিছিল।

আৰু তাৰ মধুৰ সপোনেই জীৱনৰ ৰঙীণ ছবি আঁকি দিছিল। অমিয়াৰ সৌন্দৰ্য্যই আছিল জীৱনৰ ৰূপৰেখা।

অমিয়াৰ কথা ভাবিলে ভাল লাগিছিল। অমিয়াৰ গাৰ হাঁহ লগে লগে বিপিনৰ ওঁঠেই জীৱনৰ হাঁহো লবি ফুৰিছিল।

আৰু এতিয়া ?

কলং আধামৰা আধাজীয়া। পাৰৰ চাপৰিৰ ঘাঁহ-বনবোৰ শুকান নীৰস। বিপিনৰ মন চিন্তাযুক্ত আৰু বাস্তৱৰ তীব্ৰ সংঘাতত বিব্ৰত।

"একালে আহিছে অমিয়াৰ লগত থাকি অমিয়াহঁতৰ ঘৰৰ সকলো বিলাসৰ উপভোগৰ সুন্দৰ সুযোগ। ইয়াতেই বিপিনে সকলো স্বৰ্গৰ সুখৰ অধিকাৰী হ'ব পাৰিব। আনন্দৰ জীৱন, সুন্দৰৰ আৰাধনা—ই লোকক মহানৰ পৰা মহীয়ান কৰি তোলে। অন্তৰৰ সকলো ক্ষুদ্ৰত্বৰ ওপৰত উঠিবলৈ মনটোক শিকায়।"

"আনফালে আছে অমিয়াক এৰি দি এতিয়া কলঙৰ শুকতাৰ দৰে এটা নীৰস জীৱন-যাপন কৰাৰ অভিপ্ৰায়।"

"নীৰস হ'লেও ইয়াত আনন্দ আছে। শুশ্ৰূষাত, পুত্ৰৰ আদৰ যত্নত আই-বোপাইৰ হাঁহি বিৰিঙিব, ইয়েই মনত শত-সহস্ৰ আনন্দ-চোৰ পুলক তুলিব।"

লগে লগে বিপিনৰ মাক-বাপেকৰ শুকান মুখ দুখনৰ প্ৰতিচ্ছবিটো কলঙৰ শুকান পাৰত ভাঁহি উঠিল।

লগে লগে বাংচালী কৈ খোজত খোজ মিলোৱা অমিয়াৰ চিত্ৰও উদ্ভাসিত হ'ল। "ধৰাজিৰ শুকান ভয়াবহ ৰূপটোতো কলঙৰ আচল ৰূপ নহয়।"

"ভৰবাৰিষাৰ দোকোজদাকাল পানীয়ে দুই পাৰ ধুৱাই কেনে-কোঁচোকাৰে উচ্ছ্বাসিত ৰূপটোৱেই সকলোকে আশাৰ সঞ্চাৰ কৰে। ইয়াৰ মোহতে মানুহ আপ্লুত হয়।"

"এগৰাকী সুঠাম যুৱতীৰ বুকুৰ সকলো উম বিলাই দি নিজৰ জীৱনৰ পাৰাবাৰ দোপোৱা—ইয়েই প্ৰকৃত জীৱন। ইয়াতেই সকলো উচ্ছ্বাস, সকলো আকাংক্ষা পূৰ্ণ হয়।"

"কলাও যে ভৰবাৰিষাৰ পানীবে দুয়োপাৰ চৌৱাই পাৰৰ মাটিবোৰ পলসেৰে সাৰুৱা কৰি পৰৰ উপকাৰৰ কাৰণে নিঃশেষিত হয়।"

"আই-বোপায়ো তেনেকৈয়ে মোৰ কাৰণে কষ্ট কৰি নিশ্চিহ্ন হ'ব ধৰিছে! ই ত্যাগৰ নিদৰ্শন নহয় নেকি?"

"সেই ত্যাগৰ আদৰ্শ তোমাৰ কাৰণে নহয় নেকি?"

"ময়ো তেনেকৈয়ে আই-বোপাইৰ সুখৰ কাৰণে নিজকে নিজে বিলীন কৰি দিম কিয়?"

"অৱশ্যে দিব লাগিব।"

এনেকৈ ভাবি বিপিনে স্তব্ধ হৈ অলপ সময়ৰ কাৰণে চকু মুদিলে।

লগে লগে অমিয়াৰ কথাষাৰ কাণত বাজি উঠিল—"মোৰ প্ৰতিও আপোনাৰ দায়িত্ব কম নহয়। মই আপোনাৰ বাটৰ ছিবোতা নহয়।"

তেনেহ'লে তেনেকৈ এবাৰ দায়িত্ব গ্ৰহণ কৰি অমিয়াৰ জীৱন চাৰখাৰ কৰিবলৈ তোমাৰ কি অধিকাৰ আছে?"

"একো নাই।"

"তুমি জানা অমিয়া ধনীৰ ছোৱালী। তোমাৰ ঘৰৰ দাৰিদ্ৰৰ পৰিবেশত তাই খাপ খুৱাব নোৱাৰিব।"

বিপিনৰ মনত পৰিল দেউতাকে কনক শৰ্মাৰ আগত কোৱা কথাষাৰলৈ—"মই নেভাবোঁ যে বেণুধৰৰ ছোৱালীয়ে আহি আমাৰ দুখীয়াৰ ঘৰত খাপ খুৱাব পাৰিব।"

"তথাপিতো তুমি আওকাণ কৰিলা কিয়?"

"সেই সময়ত এটা মাদকতাই, এটা বলিয়ালিয়ে মনটোৰ পৰা সকলো বিবেচনা শক্তি লোপ পোৱাইছিল নেকি?"

"বলিয়ালিয়েই বা হ'ল কেনেকৈ? সি মোৰ মন সকলো সময়তে অধিকাৰ কৰি জীৱনৰ মধুৰ সপোনৰ ছবি আঁকি দিছিল, সিতো বলিয়ালি হ'ব নোৱাৰে!"

"তথাপিতো ই এটা সপোন, দিঠক নহয়। আৰু তাৰ মাতামাতিয়েই আজি মোৰ সকলো অনৰ্থৰ মূল!"

"সেই বুলি অমিয়াক ভালপোৱাটো মোৰ এটা বিৰাট ফাঁকি নহয়। অমিয়াক মোৰ ভাল লাগিছিল, অতি আপোন যেন লাগিছিল আৰু সেই ভালপোৱা এতিয়াও আছে।"

"দুৰ্বল নাৰী, ক্ষুদ্ৰ নাৰী! ইহঁতৰ আকৰ্ষণ ইমান তীব্ৰ!"

"হওক তীব্ৰ! ইয়াৰ শিকলি মই ছিঙিবই লাগিব! আই-বোপাইৰ আগত তিৰোতাৰ প্ৰতি ভালপোৱাটো অতি তুচ্ছ। যদি অমিয়া আমাৰ ঘৰত থাকিব নোৱাৰে, যাওক বাপেকৰ ঘৰলৈ! সেইবুলি লগতে শহুৰৰ ঘৰলৈ যোৱাত মোৰ কোনো যুক্তি নাই।"

এনেকৈ ভাবি ভাবি বিপিনৰ গোটেই শৰীৰ গৰম উঠি প'ল। গাৰ গোটেই তেজ যেন মুখলৈ উঠি গাল, চকু, মুখ সকলো তিক্-তিকীয়া ৰঙা হৈ পৰিল।

বিপিনৰ যেন দৃষ্টি শক্তি লোপ পালে। বিপিনে যেন তেনে এটা ভয়াবহ অৱস্থাৰ সন্মুখীন নহ'বলৈকে চকু দুটা মুদি দিলে।

"তেনেকৈ অকাতৰে নিজ তিৰোতাৰ লগত বিচ্ছেদ ঘ'বলৈ দিলে নিজৰ জীৱন যেন এটা বাৰৰ কাৰণে নষ্ট হৈ যাব। এনে এটা বহুমূলীয়া জীৱনৰ আঁত খেদি যেন জন্ম জন্মান্তৰ ধাবিত হ'ব লাগিব।"

"ভালপোৱা! প্ৰেম!!"

"বিৰাট ফাঁকি!!'

"অমিয়াক অন্তৰৰ পৰা ভাল লাগিছিল। সকলো হকা-বধালৈ আওকাণ কৰি আত্মসুখৰ কাৰণে চকুমুদি আগবাঢ়িছিলোঁ অমিয়াৰ ঘৰলৈ। পৰৰ ধনৰ ওপৰত নিৰিহঁত হৈ বিলাসত দিন কটাই সকলো সুখৰ অধীশ্বৰ হ'ম এই আছিল মনৰ অচেতন অন্তৰালত কামনা।"

"প্ৰেম!—এটা মহৎ স্বাৰ্থ! ইয়াৰ আঁৰ কাপোৰতেই মানুহে নিজ উদ্দেশ্য সিদ্ধি কৰে।"

বিপিনৰ মনত পৰিল মাকৰ কথালৈ—"তেনেকৈ সম্পত্তি এটা পোৱাটো ভাগ্যৰ কথা বোপাই!" তেতিয়া বিপিনেও যেন সেই একে ভাৱৰ অনুমোদন কৰিছিল—"ময়ো তাকেহে কওঁ। ধনী মানুহ এঘৰৰ আলম ল'ব নোৱাৰিলে মোৰ ওকালতি কৰাটো মহ'বলৈ বোপাই!"

"তেনেহ'লে মোৰ ভাবিবলগীয়া একো নাই। তোমাৰ মোতিৰা সকলো কথাই শুনিবে পৰা এটা উদ্দেশ্যলৈ ধাবিত হ'ব লাগিছে;

তাত ভাবিবলৈ কি আছে? তোমাৰ ভালপোৱা, তোমাৰ ৰঙীণ ছবি সকলো স্বাৰ্থ সম্বলিত। এতিয়া তেনেহ'লে তাত অন্য কথা সুমাই খেলিমেলি কৰাঁ কিয়? এফালে দয়া, ধৰ্ম, আৰু পিতৃভক্তি ৰক্ষা কৰিব খুজিবাঁ আৰু আনফালে সম্পূৰ্ণভাৱে স্বাৰ্থান্ধ হৈ প্ৰবৃত্ত হ'বাঁ—ই এটা ঘোৰ বিৰোধ। আৰু এনে চিন্তাধাৰায়ে সকলো সংঘাতৰ তথা সকলো অনৰ্থৰ মূল।"

"তেনেহ'লে উপায় কি? কৰ্তব্য কি?"

বিপিনে আকৌ ভাবিবলৈ ধৰিলে—"এতিয়া ভাবিও লাভ নাই। ৰথৰ চকৰি যি পথত ঘূৰাবলৈ আৰম্ভ কৰিলোঁ, তাৰ ওলোটা পথত চলাবলৈ আৰু অৱসৰ ক'ত? পানীৰ সোঁত যিফালে ছিলদ'ল ভাঙি বৈ গ'ল, তাৰ বিপৰীতে বোৱাবৰ কি তাগজ আছে?

প্ৰেম, ভোগ, বিলাস, বিষয়, বাসনা—সংসাৰ চকৰীৰ অৰপঙ্ক্ত। সকলোৱেই এটা গতিত একেটা পথতে একেলগে চলে। এটাৰ হীনদেৰি হ'লে বাকী কেইটা নিষ্ক্ৰিয়। ইয়াৰ লগত জীৱনৰ অন্য উচ্চ কথাবোৰ সানমিহলি কৰিব খোজাঁ কিয়?

লগে লগে বেণুধৰ বৰুৱাই পুৱা ওলাই আহিবৰ সময়ত কোৱা কথাষাৰলৈ মনত পৰিল—"তুমি যদি আমাৰ কথালৈ এনেকৈ আওকাণ কৰাঁ, তেতিয়া তুমি ভৱিষ্যতে আমাৰ পৰা স্বভাৱতে পাবলগীয়া সুবিধাবোৰো হেৰুৱাবাঁ।"

বিপিনে ভাবিলে—"মই যদি তেওঁলোকৰ উপদেশ অনুসৰণ নকৰোঁ, তেতিয়াহ'লে তেওঁলোকৰ সম্পত্তিৰ উত্তৰাধিকাৰী মোক নেপাতিব!"—শহুৰৰ সেই সাৱধানবাণীৰ তাৎপৰ্য্য বোধকৰোঁ এয়ে।

বিপিন যেন প্ৰকৃতিস্থ হ'ল আৰু ক'লে—"এতিয়া তেনেহ'লে মোৰ হয় এই পাৰ, নহয় সিপাৰ। মধ্যস্থতা অৱলম্বন কৰি দুয়োকূল হেৰুৱাবৰ সময় উকলিল।"

## ( ঊনত্ৰিশ )

আজি কেইদিনমানৰে পৰা মোহন শইকীয়া আৰু চিত্ৰলেখা কৰিবলৈ যোৱা নাই। সেইদিনাও যোৱা নাছিল। এজাৰ হৈ অহাৰ লগে লগে নৱকেইজনী খেদি নি গোহালিত বান্ধিলে। আৰু ভিতৰৰ

পৰা দানাৰ চিনটো আনিবলৈ যাওঁতে যোগমায়াক কৈ আহিল—"অলপ চাহকে কৰা। অৱসন্ন মনটোলৈ অলপ বস আহে যদি আহক।"

যোগমায়াই একো উত্তৰ নিদি এটা হুমুনিয়া চাবিলে আৰু চাহৰ কেটলীটো জুইৰ ওপৰত তুলি দিলে।

বাহিৰৰ চ'ৰাতে চাহ খাবলৈ বহি শইকীয়াই যোগমায়াক সুধিলে—"ভাত কিহেৰে বঢ়াবাঁনো ?"

"আপুনি কিহেৰে বঢ়োৱাৰ কথা সুধিছে, মই বঢ়োৱাৰ কথা ভবাই নাই।"

"যোৱাবোৰ গ'ল বুলি থকাবোৰে নেখাই-ন'বৈ এনেকৈ কিমান দিন ভুকাই থাকিবা।"

"তথাপিতো ল'ৰাটো যোৱাৰ পিচত পোটেইখন শূইন হৈ গৈছে।"

শইকীয়া মৌন হৈ ব'ল। যোগমায়াৰ অন্তৰ আৰু ভাগি পৰে বুলি নিজ দুৰ্বলতা প্ৰকাশ নকৰি ক'লে—

"সেইবোৰ যি হয় হওক, নিজৰ কাৰণে ভাবি আজুৰি থাকিবলৈকে পেটত কিবা একোটা পেলোৱা ভাল।"

"আমি মৰি যোৱাই ভাল।"

"ল'ৰাটো আমাৰ ঘৰৰ পৰা গুচি গ'ল বুলিয়েই মৰি যাবা ?"

"এতিয়া আমাৰ জীয়াই থকাৰ কোনো সকাম নাই।"

"তেনেকৈ অলপ কথাতে যদি অতিষ্ঠ হৈ যোৱা, তেনেহ'লে ডাঙৰ কথাত কৰিবা কি ?"

"এইটো অলপীয়া কথাহে হ'ল ?"

"ডাঙৰ হ'লেও ধৈৰ্য্য ধৰি থাকিব লাগে। ইয়াতকৈ ডাঙৰ বিপদো আহিব পাৰে। তেতিয়া কি কৰিবা ?"

"আমাৰ অৱস্থা জৰজৰ হৈছে। নিজৰ ল'ৰাও আমাক এৰি গৈছে ইয়াতকৈ কি ডাঙৰ কথা হ'বলৈ আছে ?"

"একো ডাঙৰ কথা হোৱা নাই। সৌৱা শহৰেকৰ ঘৰ, ডাওতো আছেই। আকৌ ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিব।"

"আপোনাৰ ল'ৰা আহিব হৈছে। তাই তাক যেনেকৈ গিলি ধৰিছে তাৰ নিস্তাৰ নাই। তাই আহি মোক ল'ৰাৰ মৰম কণৰ পৰাও বঞ্চিত কৰিলে। তাক মোৰ বুকুৰ পৰা কাঢ়ি নিলে। কোনোবা জনমৰ শতৰু শালিলে।"

"মই আগতে নকৈছিলোঁনে। ধনীৰ ঘৰৰ ছোৱালী বিয়া কৰালে এনে পৰিণাম হ'বই।"

"ধনীৰ ছোৱালী হ'ল বুলিয়েইনো ইমানকৈ বশ হৈ যাব লাগেনে?"

"ডেকা ল'ৰা বুলিলেই গাভৰুৰ বশ, সিহঁতৰ ক'ত মাক-বাপেকলৈ চাবৰ সময় আছে। তাতে যদি ছোৱালী ধনীৰ জীয়ৰী হয়, গা তিনিখন চাৰিখন কৰি থাকে নহয়।"

"আই ঐ দেহি। মোৰ অজলা ল'ৰাটো পাই সিহঁতে তেনেই নকৰিবৰ চকৰি কৰিছে।"

"তোমাৰ ল'ৰা অজলা নহয়। মুঠতে মাক-বাপেকতকৈ তিৰোতালৈ টানটো বেছি। আৰু ইয়াৰ আকৰ্ষণেই মানুহক কাক ক'লৈ টানি নিয়ে ক'ব নোৱাৰি। তাৰে সুবিধালৈয়ে পৰৰ ল'ৰাৰ ওপৰত শহুৰেক-শাহুৱেকে কৰ্তৃত্ব খটায়।"

"আমি আপোনবোৰ পৰ হলোঁ আৰু পৰবোৰ আপোন হ'ল। সিহঁতে মৰমেৰে ওপচাই ৰাখিব।"

"সিহঁতৰ পৰা মৰম, সা-সুবিধা সকলো পাব। ল'ৰাটোৱো সুখত থাকিব। এইবোৰ একো বেয়া হোৱা নাই। কিন্তু কাজলৈ কথা এটা বৈ গ'ল। অমুকৰ ল'ৰা অমুকৰ ঘৰ-জোঁৱাই হ'ল। তাতে এতিয়া প্ৰতিভা আহি ইয়াত থাকিবলৈ লোৱাত আমাৰ বংশৰ খ্যাতি বৈ বৈ গ'ল।"

"কি। তাই আকৌ ইয়ালৈ আহিবৰ কিমান দিন হ'ল আৰু আহিছে বা কেলেই?"

"চাৰি-পাঁচ দিন মান হ'ব পায়। আৰু নাহিব কেলেই। মৰালৈ দিবিহঁত নাহিবনে?"

"মোৰ ল'ৰাৰ ওপৰত ভোট দিবিহঁত ওজাৰ। ভাবিছিলোঁ মাজে-সময়ে তাইক সৈ সিহঁতক চাইচিতি দিহা পৰামৰ্শ দি আহিমগৈ।"

"হৈছে বোৱাঁ। ইয়াত থাকোঁতেই দিহা-পৰামৰ্শ দি পাৰ কৰিলাঁ! লোকৰ ঘৰত গৈ আগপিছ ধৰিবলৈ কিবা মানুহ নাইকিয়া হৈছেনে? সেইহঁত দেখোঁন প্ৰতিভা আছি গৈছে।"

"তাই আছিলেই হ'বনে? মোৰ ল'ৰাৰ ওপৰত তাই কোন?"

"তেওঁ তোমাৰ ল'ৰাৰ এতিয়া মাক। অন্ততঃ মাকৰ জেগা দখল কৰি বহিছেহি।"

"দখল কৰিলেই হ'বনে? মই এৰি দিম কিয়? জীয়াই থাকিলে মই সিহঁতক ইয়ালৈ আনিহে এৰিম। তাইক মোৰ ল'ৰাৰ হতুৱায়ে বাহিৰ কৰাম। মোৰ ল'ৰাৰ ওপৰত তাইৰ ওকালতি নেখাটে। মোৰ ল'ৰাক তাই তেনেদৰে আৱৰি ল'বলৈ মই মাকজনী থাকোঁতে তাই ক'ৰ মাকজনী ওলাল!"

বিষাদৰ মাজত যোগমায়াক শইকীয়াই আৰু বুজাই দিব নুখুজিলে।

( ত্ৰিশ )

এনেকৈয়ে কেইমাহমান পাৰ হ'ল। যোগমায়াই যদিও বিপিন আৰু অমিয়াৰ ভালৈ এবাৰমান যাব বুলি ভাবিছিল, প্ৰতিভা আছি তাত থাকিবলৈ লোৱাৰে পৰা সেই অভিপ্ৰায় একেবাৰেই ত্যাগ কৰিলে।

এদিন বাড়িপুৰা আঠটামান বজাত বিপিনে এটা মানুহৰ হাতত শইকীয়ালৈ এখন চিঠি দিলে। চিঠিখন পায়েই শইকীয়াই খুলি পঢ়ি চালে আৰু বংমনেৰে যোগমায়াক মাতি সম্বাদটো দিলে।

"কিমান সময়ত ল'ৰাটোৰ জন্ম হ'ল?"—যোগমায়াই সুধিলে।

"কিমান সময়ত একো লিখা নাই। বাড়িপুৱাই বুলি লিখিছে।"

"এতিয়া তেওঁ সকলো ভালে কালে আছে?"

"এতিয়ালৈকে সকলো ভালে আছে!"—শইকীয়াই ক'লে।

"ভনেহ'লে আপুনি এতিয়া কি কৰিব খোজে?" যোগমায়াই প্ৰশ্ন কৰিলে।

"মোৰ মনেৰে আমি দুয়ো পা পা ধুই তাৰ পৰা খবৰ এটা কৰি অহাহে ভাল হ'ব।"

"হয়নে কি?"

"তোমাৰ ইচ্ছা নাইনে কি?"

"ইচ্ছা নহ'ব কেলেই? ঘৰতে ল'ৰা এটা উপজিছে চাবলৈ মন নহ'ব কিয়? সিহঁতৰ ঘৰত উপজিলে বুলিয়েই সিহঁতৰ হ'বনে? নিজৰ বস্তু লোকৰ হাতত এৰি দিব পাৰিবনে?"

শইকীয়াই মিচিকিয়াই হাঁহিলে আৰু ক'লে—"তেনেহ'লে সোনকালে ওলোৱা।"

লগে লগে নিজেও পা পা ধুই যাবলৈ সাজু হ'ল।

"পিচে নাতিনীৰ মুখ শুদা হাতেৰেই চাবাগৈনে?"—শইকীয়াই সোধে।

"সেই বাখৰ পতোৱা আঙঠিটোকে লৈ যাম বুলি ভাবিছোঁ"—শইকীয়ানীয়ে ক'লে।

অলপ সময়ৰ পিচত দুয়ো গৈ বেণুধৰ বৰুৱাৰ ঘৰ পালেগৈ। যোগমায়াই অমিয়াৰ কোলাৰ পৰা ল'ৰাটো আনি নিজৰ কোলাত ললে আৰু হাতৰ মুঠিত আঙঠিটো সুমাই দিলে। প্ৰতিভাও লাহে লাহে ওচৰ চাপি আহিল আৰু হাঁহি হাঁহি কেঁচুৱাটোক কোৱা যেন কৰি ক'লে—"সেইয়া দেখিছনে? বুঢ়ীমাৰক চাই ল। ইমান দিন শুই আছিল, আজি সাৰ পাইছে।"

কথাষাৰ কোৱাৰ লগে লগে যোগমায়াৰ ভালুসৰে প'ল। মনৰ খং মনতে মাৰ নিয়াই অলপকৈ হাঁহি যেন কৰি ক'লে—"মোৰনো খবৰ কৰিবৰ কি সকাম আছে। খবৰ কৰো বা নকৰোঁ আমাৰ নাতি আমাৰ ঘৰলৈ যাবই আৰু আমাৰ হাতত পৰিবই।"

যোগমায়াৰ এই কথাত প্ৰতিভা যেন অলপ অপ্ৰস্তুত হ'ল আৰু ক'লে—"তুমিভাজি ভাওৰ দীঘল কৰি দিব পাৰিলে সিহঁতৰ অভাৱ নাই।"

"অকণো ল'ৰা তুমি ভাওৰ দীঘল কৰিব পাৰিলে তোট-সিহঁত মোজোৱাকে নেথাকে।"—যোগমায়াই জনাই দিলে।

প্ৰতিভাই বুজিব পাৰিলে যে শইকীয়ানীয়ে ঘিণিময় কথা লৈয়েই এইপাত শব মাৰিছে। গতিকে লগে লগে উত্তৰ দিলে— "গিৰিহঁত ভাল হ'লেনো ভোটগিৰিহঁত ওলাব পাৰেনে ?"

"কুমলীয়া এদা পালে মানুহে হাতৰ তলুৱাতে মোহাৰি খায়। ভাল মানুহ পালে মানুহে নাকত ধৰি ঘূৰাই থাকে।"—যোগমায়াই খঙেৰে প্ৰত্যুত্তৰ দিলে।

প্ৰতিভাই ভাবিলে যে যোগমায়াইতক ইমান উপেক্ষা কৰাৰ পিচতো তেওঁলোকৰ ঘৰলৈ অহাটোৱেই আত্মসমৰ্পন কৰা যেন হৈছে। ইয়াৰ পিচত আৰু বিশেষ অপমান কৰা উচিত নহ'ব। সেইকাৰণে তেওঁ আৰু কোনো কথা নকৈ মনে মনে থাকিল।

এনেতে শইকীয়া ভিতৰলৈ সোমাই আহিল।

প্ৰতিভাই সুধিলে—"নাতিনীয়েকক দেখিলেনে ?"

"আমাৰনো দেখা নেদেখা কি ? ভগবানে ভালে ৰাখিলেই হয়। আপোনালোক আছে যেতিয়া আমি বিশেষ চিন্তা নকৰোঁ।"

মোহন শইকীয়াৰ কথাৰ সুৰ প্ৰতিভাৰ ভাল লাগিল।

"আমিনো কি কৰিব পাৰোঁ ? সকলো ভগবানৰ হাতত। আপোনালোকে মাজে সময়ে আহি খা-খবৰ কৰি থাকিব।" —প্ৰতিভাই ক'লে।

"নিশ্চয় খবৰ কৰি থাকিম। পিচে খবৰ কৰিবলৈ অহা মানে আপোনালোকৰ জঞ্জাল বঢ়োৱাহে।"

"একো জঞ্জাল বঢ়োৱা নহয়, আহি থাকিলে ভালহে লাগে।"—প্ৰতিভাই উত্তৰ দিলে।

"পিচে নোযোৱাঁনে, ইয়াতে নাতিনী চাই ভাল পাই থাকিলেই হ'বনে ? তাত দুটামানৰ কাৰণে খা-যোগাৰ কৰিব নেলাগিব জানো ?"—মোহন শইকীয়াই যোগমায়াৰ ফালে চাই সোধে।

"নাতিনী চাই ভাল নেলাগিব কিয় ?"—যোগমায়াই উত্তৰ দিলে।

"নাতিনী সদায় চাই থাকিব পাৰিবা, আঁহা যাওঁহক।" —শইকীয়াই কয়।

"অঁ, হওঁতে হয়। ঘৰৰ ক'বা সোনকালে ঘৰলৈ নিব লাগিব।"

এইবুলি কৈ শইকীয়া শইকীয়ানী দুয়ো লাহে লাহে তাৰ পৰা ওলাই আহিল । প্ৰতিভাৰ কিন্তু যোগমায়াই কোৱা কথাবোৰ ৰৰ বাক নেলাগিল । ইমান দিন বোৱাৰীয়েকৰ কোনো খা-খবৰ কৰাই নাছিল । এতিয়া আহি পোনকোৰেই নাতিনীয়েকক ঘৰলৈ লৈ যোৱাৰ কথা উলিওৱাটোক এটা ভৱিষ্যতৰ গণ্ডগোলৰ সূচনা যেন অনুমান কৰিলে ।

এনেকৈ অনেক দিন গ'ল । অমিয়াৰ ল'ৰাৰ ছমাহ সোমাল । যোগমায়া আৰু মোহন শইকীয়াই মাজে মাজে গৈ নাতিনীৰ খা-খবৰ লৈ থাকে । যোগমায়াই তেনেকৈ লোকৰ ঘৰত আহি নিজৰ বোৱাৰী-য়েকৰ খবৰ ল'বলগীয়া হোৱাটো ভাল পোৱা নাছিল। গতিকে এদিন শইকীয়াক ক'লে -"নাতিনী জানো ঘৰলৈ নানে ?"

"কিয় তেনেকৈ সুধিলা ?"

"মানে লোকৰ ঘৰলৈ গৈ তেনেকৈ পো-বোৱাৰীৰ খবৰ কৰি থকাটো ভাল লগা নাই !"

"তেনেহ'লে নগ'লেই হ'ল !"—শইকীয়াই কয় ।

"নিজৰ নাতিনীকণক নেচাইতো নোৱাৰোঁ !"

"তেনেহ'লে তালৈ যাবই লাগিব !"

"কেলেই ? সিহঁতক ইয়ালৈ লৈ আহিলেই হ'ল !"—যোগমায়াই ক'লে ।

"সিহঁতক ইয়ালৈ আনিব খুজিলেই পঠিয়াবনে ? আৰু সিহঁত এবাৰ ওলাই গ'ল যেতিয়া ইয়ালৈ মাতি আনিব নোখোজোঁ । সিহঁত নিজে আহিলে আহক ।"

"বাৰু আপুনি মাতিব নেলাগে । ময়ে মাতিম । অন্ততঃ নাতিনীকতো ঘৰ দৰকাৰ লাগে ।"

"যি কৰা কৰিবা । মই একো নেমাতোঁ" —

"তেনেহ'লে ব'লক আজিয়েই তালৈ যাওঁ । মই যি ক'ব লাগে ক'ম ।"

"তোমাৰ যদি সেয়ে ইচ্ছা, তেনেহ'লে ওলাওঁ ।"—এইবুলি কৈ শইকীয়া যাবলৈ প্ৰস্তুত হ'ল। যোগমায়াও ওলাই আহিল আৰু দুয়ো দি বেণুধৰ বৰুৱাৰ ঘৰ পালেগৈ ।

জেঠমহীয়া সন্ধিয়া লাগিছে। আকাশত জোনবাইটিয়ে ভুমুকি মাৰি পূর্ণিমাৰ নিশাৰ শুভ্র জেউতি কেউফালে ছটিয়াইছে।

প্রতিভাই সেই সময়ত নাতিনীয়েকক এহিবৰ চোতালত ওমলাই আছিল। শইকীয়াহঁতক দেখি ল'ৰাটি ওচৰতে বৈ থকা আয়াজনীক দি ভিতৰলৈ সোমাই আহিল আৰু শইকীয়াক বাহিৰৰ চ'ৰাতে বহিবলৈ দিলে। যোগমায়া কিন্তু অলপ পিচ পৰি বৈ গ'ল আৰু নাতিনীয়েকক আয়াজনীৰ কোলাৰ পৰা নিজ কোলালৈ আনি ভিতৰ সোমাল। ল'ৰাটোৱে কিন্তু কিবাকিবি অস্ফুট ভাষাৰে যেন প্রতিবাদ কৰি প্রতিভাৰ কোলালৈ যাব খুজিলে।

"এহ! মই তোৰ কোনো কন্তো নহওঁ। সেইজনী বুঢ়ী-মাৰহে আচল বুনীমাৰ!" যোগমায়াই অলপ টানি ধৰি ক'লে— "আজি নেৰিছোঁ, মোৰ লগত থাকিবই লাগিব।"

অলপ জোৰেৰে হেঁপা মাৰা যেন পাই কি হ'ল একো বুজি নেপাই ছাকোলা মান আকৌ প্রতিভাৰ কোলালৈ যাব খুজিলে। লগে লগে যোগমায়াৰ মুখলৈ চাই কান্দিব'লৈ আৰম্ভ কৰিলে। যোগমায়াই মুখলৈ চাই ক'লে—"মানুহ চিনি পোৱা হ'লিয়েই!" আৰু বার্ধক্যৰ সুৰত অলপকৈ ওপিনাত চাপৰ এটা মাৰি নাতিনীয়েকক বিবৈনীক দি দিলে।

"দেখাত কেঁচুৱা হ'লে কি হ'ব! জীৱটো বুঢ়া। অন্তৰতে সকলো কথা জানে। কোন মানুহৰ চিত্ত কেনেকুৱা বুজি পায় নহয়!" -প্রতিভাই হাঁহি হাঁহি সমিধান দিলে।

"সেইবোৰ মিছা কথা আই! আজি আপোনাৰ লগত আছে কাৰণে মোক অচিনাকি যেন পাইছে। কাইলৈ মোৰ লগত থাকিলে আপোনাক পাহৰি যাব।"

"পাচে এওঁ নাতিনীয়েকক লৈ যাব'লৈহে আহিছে!"—শইকীয়াই ক'লে।

শইকীয়াৰ এই কথাষাৰৰ পৰাই প্রতিভাই তেওঁলোকৰ অহাৰ উদ্দেশ্যটো বুজি পালে আৰু কোনো টান কথা নোকোৱাকৈয়ে যাতে সেই সম্বন্ধে একো তেলু নেপায় তেনে সুৰেৰে কথা আৰম্ভ কৰিলে—

"আজিয়েই লৈ যাবনে?"

"আজিয়েই লৈ যাবলৈ অহা নাই। মা-সুবিধা চাই দিন এটাৰ ঠিক কৰিবৰ কাৰণেহে আহিছোঁ।" —যোগমায়াই ক'লে।

"সুবিধা অসুবিধাৰ কথা একো নাই। আটাইবোৰ অচিনাকি মানুহ দেখিলে সি গোটেই কান্দি কাতি আধানাজি হ'ব। সেই কাৰণে মই তাক আপোনালোকৰ ঘৰলৈ লৈ যোৱাটো পচন্দ কৰা নাই।"

"আটাইবোৰ অচিনাকি হ'লেও কেইদিনমানৰ ভিতৰতে চিনাকি হৈ পৰিব। তেতিয়া কোনো অসুবিধা নহ'ব। এতিয়াতো লগতে আয়াজনী যাবই।"

"আয়াজনী আপোনালোকৰ তাত থাকিবগৈ ক'ত? মোৰ জীয়াৰীৰ কথা নকওঁৱেই, আনকি আয়াজনীয়ো আপোনালোকৰ তালৈ যাব নোখোজে।"

"বাক আয়া নেযায় নেলাগে যাব, ইহঁতেই যাব। অলপ দিন থকাৰ পিচত কোনো অসুবিধা নেপাব।"

"অলপ দিন ৰখাৰ পিচত নাতিনী ল'বা আক ল'বা হৈ নেথাকে। চেপেটা লাগিব। গতিকে সেইবোৰ আজে বাজে কথা বাদ দিয়ক। তাক আপোনাৰ ভালৈ নিলেহে আপোনাৰ ল'বা হ'ব। এনেয়ে আপোনালোকৰ ঘৰৰে ল'বা। কোনে পৰ কৰিব পাৰে!" —প্ৰতিভাই ক'লে।

"তথাপিতো নিজৰ ঘৰ পৰকিব নেলাগেনে কি?"—যোগমায়াই সোধে।

"ঘৰ পৰকিব লাগে বুলি কি কথা আছে? কিবা বোৱাৰীনে? মোটতে, বুইছে, তাৰ স্বাস্থ্যটো ভালে ৰখাহে আমাৰ সকলোৰে কৰ্তব্য। আক তাৰ ভৱিষ্যত ভালেই আপোনালোকৰ ভাল। গতিকে মই ইহঁতক এই অহকালিটোৰ কাৰণে ইয়াত চলবাৰ্থি ছিলতলৈ লৈ যাম বুলি ভাৱিছোঁ। তাত থাকি ল'বাই বেচ আৰাম পাব; হেওৱা বদলি হ'লে ল'বাৰ চেহেৰা চাবচোন।"—প্ৰতিভাই ক'লে।

এনেকৈ কোৱাৰ লগে লগে যোগমায়া গোটেইজনী বজিয়া উঠিল আক ক'লে—"আমাৰেই কপালৰ দোষ। নাতিনী লগত ৰাখি আনন্দ পোৱাৰ সুখ আমাৰ ভাগ্যত নাই। আপোনালোকে গো-বোৱাৰী আনি ইয়াত ৰাখিছেছি। কাজেই আমাৰ বদনাম

ৰতিলে । তাতো আমি একো মতা নাই । পিছে আপোনালোকে অন্ততঃ নিজৰ খাটিৰতে হ'লেও সিহঁতক আমাৰ তালৈ পঠিয়াব লাগিছিল ।"

"কিনো কথাবোৰ কয় আপুনি ! জী-জোঁৱাইক ইয়াত ৰাখিম কিয় ? আমাৰ ঘৰটো খালী হৈ এনেয়ে পৰি থকাত নষ্ট হৈ যাব ধৰিছে । ইমান এটা ডাঙৰ সম্পত্তি এনেকৈ জহি যাবলৈ দিব পাৰিবনে ? সিহঁতক আনি সেইটো তদাৰক কৰিবৰ কাৰণেহে ইয়াত ৰাখিছোঁ । আগলৈ সিহঁতকে লাগিব । আৰু যে কৈছে অন্ততঃ আমাৰ খাটিৰতে সিহঁতক আপোনালোকৰ তালৈ যাব দিব লাগে, তাৰ পৰিবৰ্তে কওঁ যে অন্ততঃ আপোনালোকৰ খাটিৰতে নাতিনীক ছিলঙলৈ লৈ যাবলৈ দিয়ক । তথাচ যদি নেমানে, তেনেহ'লে আপোনালোকৰ তালৈ লৈ যোৱাৰ অনুমতি দিবলৈ আমি কোন ? পুতেক আছে কওক, লৈ যাব ।"—প্ৰতিভাই টানি ক'লে ।

এনেতে অমিয়া সোমাই আহিল । যোগমায়াই সুধিলে—"ইয়াতে সদায়েই সোমাই থাকিবিনে ? ল'ৰা ইমান ডাঙৰ হ'ল নিজৰ ঘৰখন নেদেখুৱাব নেকি ?"

"তালৈ গৈ ল'ৰাটোৰ জঞ্জাল অকলে সহ্য কৰিব নোৱাৰিম আৰু পাৰিলেও সি বৰ কষ্ট পাব ।"—অমিয়াই ক'লে ।

"কেলেই মই নাইনে কি ?"

"আপুনি ভাতৰ চৰুৰ জাঁজকে মাৰিবনে, ল'ৰাৰ আলপৈচান ধৰিব ?"—অমিয়াই সোধে ।

"তেনেহ'লে তই নাযাৱ ?"

"নাযাওঁ বুলি কোৱা নাই । ল'ৰাটো অলপ ডাঙৰ দীঘল হওঁক, তেতিয়া যাম । এতিয়া ল'ৰাৰ সাতমাহত সোমাবলৈ কেইদিনমানহে বাকী । সাতমাহত সোমালেই আমি ছিলঙলৈ যাবলৈ ঠিক কৰি থোৱা আছে । অন্ততঃ গৰমৰ দিনকেইটা তাতে কটোৱা ভাল হ'ব ।"

মোহন শইকীয়াই ইমান সময় একো নোকোৱাকৈ তেওঁলোকৰ মাজৰ কথা-বাতৰাৰ পৰা তেওঁলোকৰ মনৰ ভাব-গতি লক্ষ্য কৰি আছিল । আৰু বুজিব পাৰিছিল যে প্ৰতিভাৰ শইকীয়াৰ ঘৰলৈ অমিয়াক পঠিওৱাৰ সমূলি মন নাই, আৰু অমিয়ায়ো যাবৰ ইচ্ছা

নকৰে। ইপিনে কথা-বাতৰাত প্ৰতিভাৰ এটা যেন বিজয়ৰ সুৰ আৰু যোগমায়া যেন পৰাজয়ৰ জে'দত জ্বলি-পকি উঠিছে। গতিকে এনে অৱস্থাত আৰু বাক্ বিতণ্ডাই বেছি অনিষ্টহে কৰিব বুলি ভাবি তেওঁ যাবলৈ উঠিল আৰু যোগমায়াক ক'লে—"যাওঁ আঁহা। ৰাতি বহুত হ'ল।"

উপায় নেপাই যোগমায়াও লাহে লাহে উঠিল।

( একত্ৰিশ )

ঘৰ পায়েই যোগমায়াই শইকীয়াক বাঘে ধৰাদি ধৰিলে।

"কেলেই! ইমান যে জুই আগুনি যেন হৈছা কাৰণ কি?" —শইকীয়াই সোধে।

"কাৰণটো মইহে কৈ দিবলগীয়া হ'ল! আহিবলৈ তই নাইকীয়া কৰিলে। মই আজিয়েই এটা ৰফাদফা কৰিলোঁহেঁতেন নহয়। বিপিনক মাতি আনি তাক ইয়ালৈ আহিবলৈ সৈমান কৰালোঁহেঁতেন।"

"তাক তুমি কেনেকৈ সৈমান কৰাবা। সিতো স্বতন্ত্ৰবীয়া নহয়।" —শইকীয়াই ক'লে।

"তেনে ল'ৰানো কেলেইহে! মাক-বাপেকক একেবাৰেই বাদ দি শহৰ-শাহুৱেকৰ ওচৰত যি এনেকৈ সপি দিব পাৰে।"

"সেইটোতো তাৰ গুণৰ নহয়। তাৰ কাৰণে দায়ী আমি। সিতো এতিয়া তাৰ সংসাৰখন চাৰখাৰ কৰি দিব নোৱাৰে।"

যোগমায়া কিন্তু শইকীয়াৰ এই কথাত প্ৰত্যয় নগ'ল। পৰাভৱ-নিঃসৃত প্ৰতিশোধ প্ৰৱণতাই বাস্তৱৰ মেৰপাকত পৰি নিজৰ অন্তৰকে দহি পেলায়।

যোগমায়াৰো সেয়ে হ'ল। যিমানেই তেওঁৰ মন প্ৰতিশোধৰ ভাৱৰ দ্বাৰা অধীৰ হৈ উঠিল, সিমানে বাস্তৱৰ বাধাত ই তীব্ৰ হৈ নিজকে দাহ কৰিবলৈ আৰম্ভ কৰিলে। লাহে লাহে কেউফালৰ পৰা বহুত কথাই তেওঁৰ মন খুলি খুলি খাবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে মন ভাগি পৰাত গোটেই শৰীৰ দুৰ্বল হ'ল আৰু হৃদ্‌যন্ত্ৰৰ ক্ৰিয়া নিস্তেজ হৈ পৰিল। লগে লগে মূৰ ঘূৰণিৰো আৰম্ভ হোৱাত যোগমায়া শয্যাশায়ী হ'ল।

কথাত লাগি মানুহ মৰে। এই কথা যেতিয়া মানুহৰ মগজুত ধৰাকৈ লাগে, তেতিয়া ইয়েই যে অকল মগজুত ঘূৰে এনে নহয়, মগজুকো ঘূৰায়। বিছনাত পৰাৰ লগে লগে এই কথাবোৰে যোগমায়াৰ মগজুত বোকাকৈহে খেলা কৰিলে। গতিকে বিশ্রামৰ অভাৱত তেওঁৰ স্বাস্থ্য ভাগৰ ফালে যাওক বুলি দ্রুত গতিত বেয়াহে হ'বলৈ ধৰিলে। কেইদিনমানৰ ভিতৰতে তেওঁ সংজ্ঞাহীন হৈ পৰিল আৰু লগে লগে তেওঁ অলপ অলপকৈ ভুল বকিবলৈ আৰম্ভ কৰিলে।

যিদিনা বিপিন খবৰ ল'বলৈ আহে, সেইদিনা যোগমায়াৰ অৱস্থা আগতকৈ বেছি বেয়া। বিপিন অহা কথাটোৰ তেওঁ গম ধৰিব নোৱাৰিলে।

বিছনাতে পৰি লাহে লাহে তেওঁ ক'লে—"বাপ নাহিল।"

বিপিনে তেওঁ অহা কথাটো কেবাবাৰো মাককে বুজাব খুজিছিল। কিন্তু মাকৰ পৰা কোনো সহাৰি নেপালে।

"নলাগে আহিব সি।"

অলপ সময় টলকা মাৰি থাকি আকৌ লাহেকৈ ক'লে—"কেনেকৈ সি আহে! নোৱাৰে। সিহঁতে তাক পিঞ্জি ধৰি আছে।"

কথাৰ বহিঃপ্রকাশৰ পৰা ধাৰণা হ'ল যেন এতিয়াও এটা ভাৱৰ প্রক্রিয়াই অন্তৰত ধাৰাবাহিক ৰূপে ক্রিয়া কৰি আছে।

নিজৰ উপস্থিতিৰ কথা কোনোপধ্যেই মাকক বুজাব নোৱাৰি বিপিন অশ্রুনয়নে অলপ আঁতৰত থিয় দিলে।

ইতিমধ্যে কনক শৰ্মাই যোগমায়াৰ অসুখৰ খবৰ কৰিবলৈ আহি ভিতৰ সোমাল।

"মোৰ ল'ৰাটোক মোৰ বুকুৰ পৰা কাঢ়ি নিলে।"

অলপ সময়ৰ কাৰণে তলকা মাৰি আকৌ ক'লে—"মাভিনী আনি প্রৱ পৰকাৰ নোৱাৰিলোঁ।"

"সিহঁতে বোলে ছিলঙলৈ লৈ যাব"

বিপিনে কান্দি কান্দি লাহেকৈ বাহিৰৰ কমৰ খাটৰ ওপৰতে চিতু দিলে।

( বত্ৰিশ )

কনক শৰ্মা ওলাই বাহিৰে বাহিৰে বেণুধৰ বৰুৱাৰ ঘৰ পালেহি আৰু প্ৰতিভাক ক'লে—

"সোনকালে বিপিনহঁতৰ ঘৰলৈ যাব লাগে; ওলাওক।"

"কি কাৰণত ইমান তভাতৈয়াকৈ তালৈ যাব লগা হ'ল?" —প্ৰতিভাই প্ৰশ্ন কৰিলে।

"আপোনাৰ বিয়েনীৰ বৰ টান নৰীয়া, নাতিনী আৰু বোৱাৰীয়েকক বিচাৰিছে।"

"মোক বিচৰা নাই নহয়। মই যাব লাগে কি কাৰণত?" "অমিয়া আৰু পোণাটিক লৈ যোৱা আপোনাৰ কৰ্তব্য কাৰণে আপুনি যাব লাগে।"—কনক শৰ্মাই ভাঠি ক'লে।

"যিখন ঘৰত মোৰ ছোৱালীয়ে ইমান কষ্ট পাই আহিছে তালৈ কেতিয়াও মই তাইক যাবলৈ ক'ব নোৱাৰোঁ। মই নিজে নিয়াটো দূৰৰ কথা।"—প্ৰতিভাই উত্তৰ দিয়ে।

"মিত্ৰিৰৰ ঘৰৰ বিপদতো আপোনাৰ সহানুভূতি নাই?" —কনক শৰ্মাই সুধিলে।

"সহানুভূতি দেখুৱাই লাভ নাই; নিজে অৰ্জা ফল ভুগিবই লাগিব।"

"তাৰ মানে?"

"মোৰ পেটৰ ছোৱালীক সিহঁতৰ ঘৰত পঠাই দিছিলোঁ। সিহঁতে মৰমেৰে নাৰাখি অত্যাচাৰ আৰম্ভ কৰিলে। নিজৰ মৰমটো আইনক দি মৰমটো প্ৰতিফলিত কৰিব নোৱাৰিলে। বৰং আমাৰ মনত শেল হানিলে। আমাৰ নিজৰ জীৰ প্ৰতি মৰমৰ কোনো দাম নাইনে কি? নিজৰ ভালপোৱাটো যদি নিজতে তেনেকৈ প্ৰতিফলিত কৰিব খোজে, তাৰ পৰিণাম এনেকুৱাই হ'ব? আমাৰ সহানুভূতিৰ অৱসৰ ক'ত?" —প্ৰতিভাই কোনো দ্বিধা-বোধ নকৰাকৈ ভাকি মাৰিলে।

"তেনেহ'লে অমিয়া আৰু প'বাটিক পঠাওক।" —কনক শৰ্মাই কয়।

"সিহঁতো যাব নোৱাৰে । বিপিন আৰু মোপেল্লাৰ কাৰণেহে ৰৈ আছোঁ । তেওঁ আহি পোৱাহেঁতেন আজি, ইমান সময়ত ছিলঙৰ বুলি গুৱাহাটী পোৱাপুই হ'লোগৈহেঁতেন । গাড়ী তৈয়াৰ কৰি ৰাখিছোঁ ।"

"আপোনালোকে তেনে কাম কৰি কাৰোৰে কথা নাৰাখিব । তাৰোপৰি যাকৰ যদি এনে অকস্মাত কিবা অঘটন ঘটে, তেতিয়া তাৰেনে কি বিপিন পুনৰ ইয়ালৈ আহিব ?"

"তেওঁ ইয়ালৈ নাহে যদি নেলাগে আহিব, মোৰ ছোৱালী মোৰ লগতে থাকিব ।"

"আপুনি ইমান পৰ্য্যন্ত আগবাঢ়িছে । আজি বেণু ইয়াত থকাহেঁতেন বোধকৰোঁ কথা ইমান দূৰ আগবাঢ়িবলৈ নিদিলেহেঁতেন ।"

"দিয়ে নিদিয়ে ক'ব নোৱাৰোঁ । মোৰ এই সম্বন্ধে অভিমত স্পষ্ট ।"

"বাৰু তেনেহ'লে আপোনাৰ কথা সকলো বুজিলোঁ । অমিয়াৰ মত কি এবাৰ বুজি লোৱা ভাল হ'ব ।"

"অমিয়াৰ আৰু মত কি বুজিবলৈ আছে ? তাই যদি মোৰ জী হয়, মোৰ মতৰ বিৰুদ্ধে যাব নোৱাৰে ।"—প্ৰতিভাই ক'লে ।

"তথাপিতো তাই শিক্ষিতা ছোৱালী । তাইৰ এটা বেলেগ ধাৰণাও থাকিব পাৰে ।" এইবুলি কনক শৰ্মাই লাহে লাহে অমিয়াৰ ওচৰলৈ গ'ল ।

অমিয়াই কেঁচুৱাটোক পিয়াহ খুৱাই ওচৰৰ কোঠাৰ পৰা প্ৰতিভা আৰু কনক শৰ্মাৰ সকলো কথা শুনি আছিল । এই কথাবিলাকে ইতিমধ্যে অমিয়াৰ মন অলপ অলপকৈ স্পৰ্শ কৰিছিল ।

"অমি, অমি, কি কৰিছ ? চাওঁ এইফালে ওলাই আহাঁ।" অমিয়াই আৱাজনীক মাতি কেঁচুৱাটো দি লাহেকৈ ওলাই আহিল আৰু ক'লে—"কি কয় দদাইদেউ ।"

কনক শৰ্মাই ক'লে—"ক'বলৈ বিশেষ একো নাই । তোমাৰ শাহু-দেউতাৰ টান । এতিয়া তুমি যোৱাতো উচিত লাগে । কি জানিবা তোমালোকক দেখিলে সুস্থিৰ হবেই ।"

"শাহু আইৰ টান আমি কি কৰিব লাগে । ডাক্তৰ আনি চিকিৎসা কৰাবলৈহে হ'ব ।"

"মানে তুমি কথাটো বুজা নাই গতিকে তেনেকৈ কৈছাঁ। শাহুৰেৰাৰ কোনো বেমাৰ বিশেষ নহয়। মাত্ৰ নাতিনী আৰু পো-বোৱাৰী লগত নথকাৰ কাৰণে ব্যৰ্থতাজনিত বহুতদিনীয়া মনস্তাপটো এতিয়া উজাৰ খাই ভয়ঙ্কৰ মূৰ্ত্তি ধাৰণ কৰাত প্ৰলাপ বকিছে।"

"তেওঁ মোক যিমান নিষ্ঠুৰ ব্যৱহাৰ কৰিছিল তাৰ পৰিণাম এতিয়া ভোগ কৰিছে।"

"এইটো প্ৰতিশোধ লোৱাৰ কথা নহয়। কাৰণ প্ৰতিশোধ লবা কাৰ ওপৰত ? নিজৰ শাহুৰেৰাৰ ওপৰত ? তাৰ মানে তুমি নিজৰ ওপৰতে প্ৰতিশোধ লবা ?" —কনক শৰ্মাই সোধে।

"এইবোৰ আপুনি কি কথা কৈছে মই সম্পূৰ্ণ বুজা নাই।" —অমিয়াই ভেলেঙীৰ দৰে ৰ লাগি চাই থাকে।

"তুমি তোমাৰ স্বাৰ্থৰ বিপৰীতে যাবানে কি ?"

"কেতিয়াও নাযাওঁ।"

"তেনেহ'লে তোমাৰ স্বাৰ্থ ৰক্ষা কৰি নচলা কিয় ?" —কনক শৰ্মাই সোধে।

"আপোনাৰ কথাবোৰ মই একোকে নুবুজোঁ"—অমিয়াই কয়।

"মানে তোমাৰ আৰু তোমাৰ স্বামীৰ স্বাৰ্থ এক নহয় জানো ?"

"হয়"

"তেনেহ'লে স্বামীৰ কথাবোৰত নিলিপ্ত থাকি নিজ স্বাৰ্থ জলাঞ্জলি দিবা কিয় ?"

"তেওঁৰ ঘৰুৱা কথাবোৰত উঠি-পৰি লাগিলে যে আমাৰ দাম্পত্য জীৱনৰ স্বাৰ্থ সিদ্ধি হ'ব এনে নহয়।"—অমিয়াই উত্তৰ দিলে।

"তেওঁৰ কথাবোৰ বাদ দি যদি তুমি তোমাৰ মা-দেউতাৰাৰ স্বাৰ্থৰ লগত তোমাৰ স্বাৰ্থ এক বুলি ভাবা সেইটোৱো তোমাৰ ভুল হ'ব।"

"কেনেকৈ ?"

"তোমাকতো এতিয়া কোনেও বৰুৱাৰ ঘৰৰ ছোৱালী নোবোলে।

"কি বোলে ?"

"শইকীয়াৰ ঘৰৰ বোৱাৰী।"

"জানোঁ।"

"তেনেহ'লে শইকীয়াৰ ঘৰৰ গৌৰৱ বজাই ৰাখিবৰ কাৰণে চেষ্টা নকৰা কিয়?"

"সেইবুলিয়েই নিজকে অৱমাননা আৰু অপৰিসীম কষ্টৰ মাজলৈ ঠেলি দিব পাৰিনে?"

"তোমাৰ মা-দেউতাৰাৰ অজস্ৰ ধন-সম্পত্তি থাকিব পাৰে আৰু তাৰ সুখতে তুমি মজি থাকিব পাৰা। কিন্তু সেই ধন-সম্পত্তি তোমাৰ স্বামীৰ নহয় আৰু তাৰ পৰা তোমাৰ স্বামীয়ে সুখ পাব নোৱাৰে।"

"মই সুখ পালেইতো তেওঁ সুখ পোৱা যেন হ'ব।" — অমিয়াই ক'লে।

"সেইটো যে এতিয়া হোৱা নাই।"

"কি কাৰণত?"

"তুমি শইকীয়াৰ ঘৰলৈ গৈ বিপিনৰ অৱস্থা দেখিলেই বুজিবা। আৰু তোমালোকৰ কাৰণেই এনে এটা নিকাৰ ভোগ কৰি মাক মৰিলে বিপিন যে ইয়ালৈ আহিব মোৰ বিশ্বাস নহয়।"

"নাহে যদি নেলাগে আহিব। তথাপিতো মই তালৈ গৈ জীয়াতু ভুগিব নোৱাৰোঁ।"

"তুমিয়ো মাৰাৰ দৰেই কথা কৈছা। তোমাৰ মাৰাই তোমালোকক ইয়াত ৰাখি বিপিনৰ ওপৰত কৰ্তৃত্ব খটোৱাৰ সুযোগ লৈয়েই জীয়েকৰ মৰমটো প্ৰতিফলিত কৰিছে। কিন্তু তুমি যদি তোমাৰ স্বামীৰ আৱশ্যক বিলাক বুজি সেই অনুসৰি কাম কৰাৰ সুবিধা গ্ৰহণ নকৰা, তেনেহ'লে তুমি তোমাৰ স্বামীৰ প্ৰতি ভালপোৱাক কেনেকৈ ৰূপ দিবা। অকল বিপিন তোমাৰ লগত থাকি তোমাৰ চাহিদা অনুসৰি চলিলেই দাম্পত্য জীৱনৰ প্ৰকৃত স্বাৰ্থ সিদ্ধি হ'বনে? তুমি তোমাৰ স্বামীৰ লগত থাকি তেওঁৰ মনোবৃত্তিৰ যোগান ধৰিবা আৰু তেওঁ তোমাৰ চাহিদা পূৰণ কৰিব। তেহে তোমালোকৰ স্বাৰ্থটো ভালপোৱাৰ যোগে পূৰ্ণ হ'ব। তোমাৰ মাৰাই তোমালোকৰ প্ৰকৃত স্বাৰ্থ পূৰণ কৰিব নোৱাৰে। যি মাৰাই আজি তোমাক শাহুৰ শুশ্ৰূষা কৰাত বাধা দিছে, সেই মাৰাকে দিব

শহুৰৰ মন কেনেকৈ যোগান ধৰিছিল, তুমি কি বুজিবা ! আৰু তোমাৰ মাৰাৰ অক্লান্ত পৰিশ্ৰমৰ কাৰণেই বেণুৱে গোটেই জীৱন-টোক নিজে ভৰা দৰেই ৰূপ দিব পাৰিছিল আৰু এতিয়াও সমাজত তেনে এটা প্ৰতিপত্তিৰ বিস্তাৰ কৰি আছে। এই কথা লৈয়ে যদি এতিয়া তোমালোকৰ এৰাএৰি হয়, আৰু তুমি আই-বোপাইৰ লগত ছিলওত থাকিবলৈ লোৱাঁ তেতিয়া অলপ দিনৰ পিছত তুমি অকলশৰীয়া অনুভৱ কৰি অনুতপ্ত হ'ব লাগিব। গোটেই জীৱন যেন ই তোমাক দহি থাকিব। আৰু লাহে লাহে যেতিয়া তোমাৰ এই ল'ৰা ডাঙৰ হৈ সকলো কথা বুজা হৈ পৰিব, তেতিয়া তোমাৰ এই দোষৰ কাৰণে তোমাক ই ক্ষমা নকৰিব।"

এনেকৈ কৈ কনক শৰ্মা নীৰৱ হ'ল।

ইমান সময় কনক শৰ্মাই গাই থকা কথাবোৰে অমিয়াৰ মনত কোনো প্ৰতিক্ৰিয়া কৰা নাছিল। কিন্তু যেতিয়া তেওঁ ল'ৰাটিৰ কথা উত্থাপন কৰিলে, তেতিয়া যেন অমিয়াৰ চেতনা জাগিল —"হয়তো। ই যেতিয়া ডাঙৰ হ'ব, তেতিয়া ই অন্ততঃ বাপেকৰ আদ্যোপান্ত সুধি ব্যতিব্যস্ত কৰি পেলাব। এতিয়া আৰু বেছি কৰিবৰ সময় নাই। মই লৰালৰিকৈ গৈ যদি শাহুৰ জীৱন বচাব পাৰোঁ, তেতিয়াও যেন ইমান দিনে কৰি অহা ভুলবোৰৰ প্ৰতিকাৰ হ'ব।"

এনেকৈ ভাবি অমিয়াই কনক শৰ্মাক ক'লে—"দদাইদেউ ! মোক থৈ আহকগৈ। মই এতিয়াই যাম। অলপ ব'ব। কাপোৰ-জোৰ সজাই কেঁচুৱাটোক খুউৱা বস্তু-বেহানীবোৰ লৈ আহোঁ।"

এইবুলি কৈ অমিয়া জক্তেকতে ভিতৰৰ পৰা ওলাই কনক শৰ্মাৰ পিচে পিচে খোজ ল'লে।

প্ৰতিভাই এই কাণ্ড দেখি অমিয়াক ক'লে—"তই যাব খুজিছ যা, মই একো নকওঁ। কিন্তু আজিৰ পৰা তোৰ কোনো খবৰ আমি নলওঁ।"

অমিয়া গৈ যেতিয়া বিপিনহঁতৰ ঘৰত ওলালগৈ তেতিয়া মোলমাৰাৰ অৱস্থা শঙ্কটৰ পৰা বেছি শঙ্কটতৰ হৈছে। তেওঁ চেতনা-শূন্য।

বিপিনে অমিয়াক ক'লে—"বহুত বেছি কৰিলা, অমি।" এইবুলি নিজৰ ল'ৰাটো বুকুত আকোৱালি লৈ হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে।

"ল'ৰা-ছোৱালী থকা-নথকা একেই । সেইবোৰে বুঢ়াকালত নেচায় । পত্নীক শেষ জীৱনত এটা অৱভাৱ বোজা কঢ়িয়াই যেন দিনবোৰ কটাবলগীয়া হয় ।"—শইকীয়াই উত্তৰ দিলে ।

"মিত্ৰৰ যি কষ্ট হয়, হওক দিক্‌দাৰ্চোন । তথাপিতো তোমাৰ যে বংশত ফুদকণ দিবলৈ এডাল সাকো আছে ।"—শৰ্মাই প্ৰতিবাদ কৰিলে ।

"মোৰ বংশ ৰক্ষা হ'ল হয়, কিন্তু আত্মৰক্ষা নহয় দেখোন । গৃহিণীৰ অভাৱত এতিয়া মানসিক কষ্টত মৰিব লাগিব যেন পাইছোঁ ।" —শইকীয়াই উত্তৰ দিলে ।

"বংশৰক্ষাও আত্মৰক্ষা । মইয়ো আত্মৰক্ষা কৰিবলৈহে বিচাৰিছোঁ । মোটতে ভালপোৱাটো সদায়েই এটা আত্মৰক্ষাৰ প্ৰচেষ্টা ।" —কনক শৰ্মাই কয় ।

"তুমি কথাটোৰ আচল স্বৰূপটোকে উদ্ঘাটন কৰিছা । সংসাৰত কেউফালে সকলোৱে এৰা দিব খোজাৰ কাৰণে মনটোৱে অন্ততঃ এজনৰ লগত বান্ধ খাব খোজে । সেই বান্ধোনটোকে তুমি ভালপোৱা বোলা, প্ৰেম বোলা, মৰম বোলা যি বোলা বোলা ।"

"তুমি ঠিকেই কৈছা । সংসাৰত দেখিবা পুতেকে বাপেকক এৰিছে, জীয়েকে মাক-বাপেকৰ মৰম সেওঁচি অচিন এটা ডেকা-ল'ৰাৰ লগত বান্ধ খাইছে, ভায়েক বেলেগ হৈছে । আনকি ঘৈণীয়েকেও গিৰিয়েকক এৰি যোৱাৰ ভাবুকি মাজে মাজে দি আছে । তেনে-স্থলত মনটোৱে বৰকৈ আঁটি ধৰি এজনৰ লগত বান্ধ খাব খোজে ।"

"বাৰু আমি তেনে এটা কথাকে প্ৰেম বুলি কওঁ ।"

"আচলতে দুজনৰ এনে ভালপোৱাৰ পৰা একো মহান উদ্দেশ্যৰ সাধন নহয় নাইবা আকাংক্ষাৰ পৰিতৃপ্তি নহয় ।"

"তেনেহ'লে স্বাৰ্থৰ বাহিৰে প্ৰেম বুলি কোনো এটা কথা নাইকিয়ে কি ?" —শইকীয়াই সোধে ।

"নাই ।" —এই বুলি কৈ কনক শৰ্মা অলপ সময়ৰ কাৰণে মনে মনে থাকি আকৌ ক'বলৈ ধৰিলে—"তেনেকৈ ক'লে কথাটো অলপ তুচ্ছ যেন হয় । এনে প্ৰেমৰ এটা উপযোগিতা আছে ।"

"কি উপযোগিতা ?" —শইকীয়াই সোধে ।

"প্ৰেম যে মৰীচিকা খেদাৰ নিচিনা কথা এই তত্ত্ব বুজাত সহায় কৰে।"

"তেনেহ'লে ই ৰহস্যময়।"

"তুমি ঠিকেই কৈছা। সংসাৰৰ কেতিয়াও আগতে নোপোৱা দুই ডেকা-গাভৰুৱে এনে কথাত হৃদয়ৰ সকলো উচ্ছ্বাস ঢালি দি ইয়াৰ পিছত খেদি ফুৰে—ইয়ো এটা বিষম ৰহস্য। মাক-বাপেকে পুতেক-জীয়েকৰ প্ৰতি মৰমচেনেহ একচেতীয়া দখল কৰি খোজে আৰু পুতেক-জীয়েকহঁতে এনে মৰমৰ অৰ্থী টুকুৰাটুকুৰ কৰি ছিঙি এৰাই যাব খোজে—এনে ৰহস্য বৈষম্য বিজড়িত।"

"আৰু তোমাৰ নিচিনা ল'ৰা-ছোৱালী নাইকিয়া মানুহে ভাল পোৱাৰ তথ্য উদ্ঘাটন কৰিব খোজে ইয়ো এটা বৈষম্য।" —এইবুলি শইকীয়াই বেজাৰৰ মাজতে হাঁহি দিলে।

কনক শৰ্মায়ো খলখলকৈ হাঁহি মাৰি লগাই দিয়ে—"বোবাই কয়, কলাই শুনে, দাঁত নাইকিয়া মানুহবোৰে মাহ-চাউল ধুনে।"